# আঠোটা গল্প



লিখক—শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী



প্ৰথম প্ৰকাশ—১৯৫৩

মূল্য—এটকা মাত্ৰ

# পাতনি

গল্প কিতাপ মোৰ আগতে এখন ওলাই গৈছে।. সেইখনৰ নাম হল 'বঙ্গাচকী'। কিতাপখনৰ বিক্ৰী ভাল হৈছে। কাগজে-পত্ৰেও বন্ধু বান্ধব সকলে কিতাপখন ভাল বুলি শলাগি'ছে। এই বিলাক উদগণি পাই ২য় গল্প কিতাপ 'আঠোটা গল্প" উলিয়ালো।

গল্প বুলিলেই ডাঙৰ মানুহৰ কাৰণে বুলি মই আগৰ মোৰ আটাইবোৰ কিতাপতে লিখিছো। সৰু লৰাৰ কাৰণে 'সাধু", মজলীয়া সকলৰ কাৰণে "উপাখ্যান" আৰু প্ৰাপ্ত বয়স্কৰ কাৰণ গল্প—এই তিনটা মোৰ কাল্পনিক ভাগ। গল্প বুলিলে আকৌ নানা ধৰণৰ হব লাগে। কিছুমান গল্প পঢ়ি মনটো ভাল লাগে বা বিধৰ কিছুমান উপদেশ মূলক, কিছুমান বুৰঞ্জী মূলক কিছুমান আকৌ দেশ সেৱাৰ ভাব জাগ্ৰত কৰা বিধৰ ইত্যাদি। সময়ৰ সোঁতৰ ছবি একোটা গল্পত থকা নিতান্ত প্ৰয়োজন। ভাষাৰ ঠাচ, শব্দৰ যোজনা আদিও গল্প ও উপাদেয় হব লাগে।

মই এই বিলাকলৈ কাণ-মণ ৰাখিছো—পিছে কিমানদূৰ কৃতকাৰ্য্য হৈছো কব নোৱাৰো। কামৰ ইমান হেছা যে ৰৰকৈ মনপুতি কোনো কামকে কৰিবৰ আহৰি কম হৈছে। ৰাইজে যেন দায়-দোষ ক্ষমা কৰে এযে গোহাৰী।

ইতি—

সেৱক

শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী

# সূচীপত্ৰ

# আঠোটা গল্প

## "আছ্‌লি হাতী দাতকা"

বি-এ পাছ কৰা খবৰটো ওলোৱাৰ লগে লগে নিৰ্ম্মলে কাম এটা পালে তিনচুকীয়াত। বে-চৰকাৰী কোম্পানীৰ চাকৰী যদিও ভাল—দৰ্ম্মহা ২৫০৲, ঘৰ বিনাভাৰাই, এটা ি শয়ৈনা দিব। সুন্দৰ ঘৰ এটা ভাৰা লৈ লৈ নিৰ্ম্মল থাকেও আৰু তাতে অফিছো।

সেই দিনা পুৰা দহ বজাৰ কথা। খাটি চাহাবটি সাজি চক্ৰেটৰীয়েট টেবুলখন আগত লৈ নিৰ্ম্মল বহিছিলহিহে মাত্ৰ। অফিছৰ বাকী সকল অহাই নাই। পিয়নটো গৈছিল ডাক আনিবলৈ। হাফ দৰ্জ্জাখন থেলা মাৰি সোমাই আহিল এজনী ইৰাণী ছোৱালী—হাতত কিছুমান কেছী আৰু কটাৰী। ককালত এটা চামৰাৰ বেগ। পোছাক বেছ আতিল। চেহেৰা—চেহেৰাৰ কথা কৰই নেলাগে—মোগল বাদচাহ সকলৰ আগত নৃত্য কৰা নৰ্ত্তকীটি হেন।

সদায় লগ পাই থকা চিনাকীৰ দৰেই ইৰাণী ছোৱালী-জনীয়ে কথা আৰম্ভ কৰি দিলে—হিন্দী আৰু উৰ্দ্দু মিহলি মিঠা ভাষা এটাত।

"এইখন সুন্দৰ কটাৰী লওক বাবু চ'হাব, আপোনালৈ বুলি আনিছো।"

"কটাৰী? মোক নেলাগে পাই, মোৰ ঘৰত কটাৰী আছে।"

"থাকিবতো—কটাৰী নথকাকৈ আৰু কেনেকৈ চলিব, পিছে এইখনৰ দৰে ধুনীয়া কটাৰী আপোনাৰ নাই নিশ্চয়। দামো সস্তা।"

"কিমান বাৰু?"

"মুঠেই দুটকা।"

"আও দুটকা বৰ বেছি দাম।"

'কিমান দিব বাৰু?" তাই নিৰ্ম্মলৰ চকুলৈ চাই প্ৰফুল্লিত হৈ উত্তৰলৈ বাট চাই ৰল। ইমান পৰ কি হৈছিল নিৰ্ম্মলে গমকে ধৰিব পৰা নাছিল। অলপ তভক মাৰি তেওঁ তেতিয়াহে তৎ ধৰিব পাৰিলে যে সুন্দৰী গাভৰু এজনীৰে সৈতে তেওঁ অকলে কথা পাতি আছে এটা নিৰ্জ্জন কোঠাত। তেওঁৰ গাটো জম্‌জমাই গল। এবাৰ তললৈ মূৰ কৰিলে—আকৌ তৎক্ষণাত ছোৱালী জনী ভালকৈ লক্ষ কৰিলে। ১৬।১৭ বছৰীয়া সুন্দৰ সুঠাম দেহৰ তেজগোৰা ধুনীয়া ছোৱালীজনী। দেহত যৌবনৰ সকলো সৌন্দৰ্য্যই বিৰাজমান। তাই তেওঁৰ ওচৰত কিবা এটা ভীক্ষা কৰা যেন অৱস্থাত ঠিয় হৈ আছে—মুখত আনন্দৰ হাহি। কথাটো লক্ষ্য কৰি নিৰ্ম্মলে গৰ্ব্ব অনুভব কৰিলে আৰু মিঠা হাহি এটা মাৰি কলে "আঠ অনা

ল বাৰু।" ইৰাণী সম্মত হল। ছুটকাৰ কটাৰীখন আঠ অনাত লৈ নিৰ্ম্মলে মনতে অলপ তৃপ্তি পালে।

তাৰ পাছত ইৰাণী জনীয়ে এখন মাখন বঙৰ পেপাৰ কটাৰ বেগৰ পৰা উলিয়ালে আৰু সেইখন কিনিবৰ কাৰণে নিৰ্ম্মলক পেৰিবলৈ ধৰিলে।

"এইখন চাওক বাবু চাহাব সুন্দৰ পেপাৰ কটাৰ।"

"মোক নেলাগে পাই। তই দেখিছো মোৰ এতিয়া সৰ্ব্বনাশ কৰিবি। মোক আৰু একো নেলাগে।"

"আপোনাক নিশ্চয় আৰু কিবা লাগে। আপোনাৰ বহুত বস্তুৰে দৰ্কাৰ—হয়, এই বয়সত এই অৱস্থাত আপোনাৰ এনে কিছু বস্তুৰ দৰ্কাৰ—আপুনি ভাবিবই পৰা নাই।"

"বাৰু কছোন—মোৰ আৰু কিহৰ দৰ্কাৰ।"

"আপোনাক প্ৰথমে পেপাৰ কটাৰ এখনৰে দৰ্কাৰ। অকল কটাৰীখন আপোনাৰ টেবুলত মুশুৱায়। লগতে পেপাৰ কটাৰ খনো লওক। দুয়োটা এক-পেয়াৰ হব। কি সুন্দৰ দেখাব।" কথাৰ সুৰ সলাই তাই কলে।

"পেয়াৰ হলে সকলোকে ভাল দেখায়নে কি অ'?"

"নিশ্চয়—আপুনি বাবু চাহাবো এক পেয়াৰ হৈ লওক চোন কি সুন্দৰ দেখাব।"

"হেৰ কোন আহিব মোৰ লগত পেয়াৰ হবলৈ?"

"ইঃ আপুনি কওক বাবু চাহাব—আজিৰ ভিতৰতে এজনী নেলাগে দহজনী মই আপোনাৰ লগ কৰি থৈ যাম্।"

"আও নেলাগে পাই, এজনী চণ্ডালাই টান—দহজনা গোট খালে মৰণেই হব। কছোন বাৰু তোৰ পেপাৰ কটাৰ খনৰ দাম।"

"মুঠেই পাঁচ টকা।"

"তহতক আধা দামহে কব লাগে। ৩১ লবি বাৰু।"

"আপোনাক খুব ভাল লাগিছে বাবু চাহাব—লওঁক বাৰু তিনি টকাতে—আনক হলে ৪৷৷০ টকাৰ এপায়ো নকমালে। হেতেন।"

টকা কেটা লৈ পেপাৰ কটাৰ খন দি চকু কেটা জলজলীয়া কৰি ইৰাণী ছোৱালী জনী ওলাই গল।

এসপ্তাহৰ পাছৰ কথা দিল্লীৰ হেড্ অফিছৰ পৰা অফিছ ষ্টেচনাৰী কিছুমান নিৰ্ম্মললৈ আছিল। পাৰ্শ্বেলটো খুলি চাই দেখে এডাল হাতীদাতৰ পেপাৰ কটাৰো তাত আছে। তাৰ নো কিমান দাম চাবৰ কাৰনে নিৰ্ম্মলে লিষ্টিখন মিলালে। তাত লিখা আছিল—"এডাল বগা প্লেষ্টিকৰ পেপাৰ কটাৰ—মূল্য বাৰ অনা।"

পাচ টকাৰ বস্তু তিনি টকাত লোৱা নিৰ্ম্মলৰ মনটো সেমেকি গল।

তিনি বছৰৰ পাছৰ কথা। নিৰ্ম্মল দিল্লীৰ হোটেল এটাত। অফিছৰ কামত গৈ দুদিন তাতে আছে। সেই দিনা পুৱা ঠিক দহ বাজিছে। নিৰ্ম্মল অফিছলৈ যাবৰ মনেৰে সাজি পাৰি ওলাইছে—তেনেতে সোমাই আহিল সেই ইৰাণী ছোৱালী

জনী। তাই আগতকৈ কিছু শকত হৈছে। সাজ পোষাক কিন্তু বেছ দামী সেই মনমোহা লয়লাস খিনি তাইৰ আগৰ দৰেই আছে।

"চিনি পাইছেনে বাবু চাহাব?" তাই আগতে মাত লগালে।

"এই—এৰা তয়েই। তই কব পৰা ওলালিহি?" নির্ম্মলৰ বুকুখন ধপধপাবলৈ ধৰিলে। সেই পেপাৰ কটাৰ খন বেছি যোৱাৰ পাছত নির্ম্মলৰ সেই ছোৱালী জনীলৈ অনেকবাৰ মনত পৰিছিল। তাইক আকৌ এবাৰ চাবৰ কাৰণে নির্ম্মলৰ এটা গোপন হাবিয়াস আছিল।

"বাবু চাহাব—আপোনাক কালি গধূলি ৰেষ্টোৰাত দেখিলো। তাৰ পৰা আপোনাৰ পাছে পাছে মনে মনে আহি আপোনাৰ থকা ঠাই চাই গলোহি।"

"কালিয়ে মাত নিদিলি কিয়—অ' মোৰ ধাৰ মৰা নাই দেখি?"

"কি ধাৰ বাবু চাহাব।"

"বুৰ অনীয়া প্লেষ্টিক পেপাৰ কটাৰ ডাল তিনি টকাত বেছা বাবে নহয়—দহজনী গোটাই দিম বুলি আজিলকে এজনীও গোটাই দিব নোৱাৰা বাবেহে ধৰে।"

"আপুনি কিয় দহজনী পাব বাবু চাহাব? আল্লা এক, চাঁদ এক, সূৰুজ এক—আপোনাৰ স্ত্রীও হব পাৰে মুঠেই এগৰাকী। পিছে মই প্লেষ্টিক পেপাৰ কটাৰ ডালৰ ধাৰ

মাৰিবলৈহে আহিছো। মোৰ এতিয়া সেইদৰে ধন ঘটাৰ দিন নাই। আপোনাক ঠগ কৰি আহি বহুত দুখ পাইছিলো বাবু চট্টোপাধ্যায়। আপুনি দেবদূত—নকৈ ফুলা গোলাপ ফুল এপাহৰ দৰে পবিত্ৰ। নিৰ্জ্জন কোঠাত অকলে মাতি আমাক কিমানে সৰ্ব্বনাশ কৰিব খোজে। কিন্তু আপুনি যি সুন্দৰ ভাবে যি নিষ্পাপ ভাবে মোৰ লগত কথা হৈছিল সেইদিনা, মোৰ গোটেই জীৱন মনত থাকিব। আপোনাক ইমান ভাল লাগে—আপোনালৈ ইমান মনত পৰে।” তাইৰ চকু দুটা চলচলীয়া হৈ আহিল। বুকুৰ মাজৰ পৰা বগা পেপাৰ কটাৰ এডাল উলিয়াই “আছলি হাতী দাতকা” বুলি নিৰ্ম্মলৰ আগত থকা টেবুল খনতে থৈ তাই সাউৎ কৰে ওলাই গল। খিড়িকিখনে নিৰ্ম্মলে দেখিলে তাই এখন টেক্সীত উঠিলগৈ আৰু পাছৰ চিটত বহি উচুপি উচুপি কান্দিবলৈ ধৰিলে। নিৰ্ম্মলে টেক্সীৰ নম্বৰটো টুকি থলে। তাৰ পাছত পেপাৰ কটাৰ ডাল হাতত তুলি লৈ পৰীক্ষা কৰিলে। সচাকৈয়ে হাতীদাতৰ—তাৰ দাম ১২৲ টকাৰ কম নহব।

আবেলি টেক্সী ষ্টেণ্ডত গৈ টেক্সীখন নিৰ্ম্মলে বিচাৰি উলিয়ালে আৰু ইৰাণী জনীৰ আতিগুৰি ললে। তাই হেনো কোনোবা ৰেলওৱে ওখ খাপৰ কৰ্ম্মচাৰী এজনৰ ৰক্ষিতা। অৱস্থা খুব ভাল। তাই হেনো প্ৰায়ে অসমৰ কথা কয় আৰু অসমৰ পৰা যাত্ৰী আহিব লগা ৰেল বিলাক চায়গৈ।

নিৰ্ম্মলৰ অজানিতে হুমুনীয়া এটা ওলাল।

---

# —ফাগুনী বা—

ফাগুনৰ আকাশ ভৰা জোনালী ৰাতি এটাৰ কথা। বুঢ়া-বুঢ়ী দুজনা ঘৰৰ ছাটত বহি জোনাক উপভোগ কৰি আছিল। প্ৰকাণ্ড ঘৰ খনত মাত্ৰ বুঢ়া-বুঢ়ী এহাল। লৰাহঁত কামে-কামে থাকে য'তে ত'তে। দামহা খোৱা লৰা এটাই ভাত ৰান্ধাকে আদি কৰি সকলো কাম কৰে—বুঢ়া বুঢ়ীৰ অময়া সুখ। বুঢ়া জনৰ নাম ৰামভদ্ৰ, বুঢ়ীৰ নাম সেউতী। ৰামভদ্ৰই নিমাতে দূৰৰ ৰজনী গন্ধা জোপা চাই আছিল। সেউতীয়ে মাত লগালে।

"জাৰটো যোৱা নাই। বতাহ ছাটিৰ লগে লগে গাটোত বেছ থাণ্ডা অনুভৱ কৰো—ইমান ভাল লাগে এই বতাহ ছাটি।"

"এৰা, হেকুৱাও হেকুৱাও কৰা সময়ত সকলো বস্তুলৈকে দৰদ এটা ওপজে। জাৰকালিৰ দিন কেটা আতৰি গৈছে বাবেই জাৰলৈ দৰদ ওপজিছে। ই অন্তৰৰ দৰদ—সচাকৈয়ে বতাহ ছাটি মন উকুঙ্গা কৰা।"

"নহয়—বসন্ত কালৰ বাবেহে বটাত ছাটি এনে আৰাম-দায়ক হৈছে।"

"বসন্তৰ বতাহতকৈও "থাণ্ডা-মিছান হাৱা" অৰ্থাৎ "শীত সনা বতাহ" বাবেহে আৰাম লাগিছে। নিজৰ অৱস্থাটোলৈকে মন নকৰা কিয়? সংসাৰখন এৰি যাবলৈ আৰু বেছি দিন

নাই—কিন্তু এসময়ত আপদীয়া বুলি হাড়ে-মগজুৱে বিশ্বাস কৰা এই সংসাৰখন আজি ইমান ভাল লাগে।”

“‘এৰা সংসাৰখন ভালেই—কিনো বেয়া বাৰু। সেই ৰজনী গন্ধা জোপা, সেয়া কুলিটোৰ কুউকু মাত ষাৰ, দূৰত কেটেকীৰ হিয়া ভঙ্গা বিননী, নাতি পোৱালী কেটাৰ থুনুক-থানাক মাত কেষাৰ, বোৱাৰীহতৰ হাতৰ বালাৰ ৰুনুক জুনুক শব্দ কেইটি, লৰাহতৰ তিক্তা সেকুৱা ভাব নেদেখুৱাবলৈ আমাক শুনাই তিক্তাক দিয়া দাবি কেষাৰ—আটাইবোৰেই ভাল।”

“ভালেই। আজি অতীতৰ ঘটনা বোৰ মনত পৰিছে। তেতিয়া মই মেট্ৰিকটো পাছ কৰি ২০৲ দৰ্ম্মহাত মাইনৰ স্কুল খনৰ শিক্ষক। বুঢ়া বোপাই থাকে ঘৰত—আই সৰুতে মৰিল। মই থাকো নগৰ নহলেও নগৰ যেন উন্নত গাও খনত। তেতিয়া তাতহে মাত্ৰ মাইনৰ স্কুল এটা আছিল। কিমান আশা আকাঙ্ক্ষা লৈ কামত সোমাইছিলো। তেতিয়া মোৰ কি আৱশ্যকীয়া বস্তু আছিল জানা? এজোৰ জোটা, দুখন ধুতি, দুটা কামিজ, এটা কোট, এটা বনিয়ন, এডোখৰ গাধোৱা চাবোন, এটা নাৰিকল তেলৰ বটল, এখন ফণী—ফাউণ্টেন আৰু ঘৰীৰ কথা ভাাববই পৰা নাছিলো। টকাৰ ১৬ সেৰ চাউল, আলু সেৰে দুপইছা। বেৰ ভগা, কেছা ঘৰটোৰ ভিতৰত বাহৰ চাং এখন আছিল। তাৰ ওচৰতে কাঠৰ এঠেং ভগা টেবুল এখন আৰু ওচৰত টিনৰ চকী এখন। মাটি খানে বাবে টিনৰ চকীৰ খুড়া চাৰিটাও ফটাকাণি বন্ধা আছিল। লাহে

লাহে, এই অৱস্থা খং উঠা হৈ আছিল। সেই কঠিন বন্ধা জীৱন। ঘৰলৈ গলেও সুখ নাই। বোপায়ে কুহুৰ কুহুৰ কাঢ়ি থাকিব আৰু বিয়া কৰিবলৈ পাকে প্ৰকাৰে হুকুম শুনাব। তাৰ মাজতে ভাল লাগিছিল মচুৰ মাহৰ লগত ৰন্ধা কচু শাকৰ আঞ্জাখন। বোপায়ে সদায় মোক তেনেকৈয়ে ভাত খুৱায়। ইয়াৰ পাছত আৰম্ভ কৰি দিলো আই-এ পঢ়িবলৈ। স্কুলৰ হেড মাষ্টৰ জনৰ সহায় আৰু উদ্যমত আই এ পাছ কৰিলো। ইতিমধ্যে বোপাই ঢুকাল। মাটি কেদবাৰ আৰু বাৰি খনৰ ভাৰ দদাইদেও এজনৰ হাতত দি মই নিশ্চিন্ত হলো। তাৰ পাছতে কাম পালো যোৰহাটত হাইস্কুল এটাত। অৱস্থা অলপ উন্নত হল। দৰ্ম্মহা হল ৩২৲ টকা। এবছৰ এই দৰে গল। নিঃসঙ্গ জীৱন ভাল নেলাগি বিয়া কৰাৰ ইচ্ছা হল। ছোৱালী চোৱাৰ পাল্লা আছিল। গাৱৰ ছোৱালী বহুত যাছিলে—বহুত চালো।

সেউতীয়ে মাত লগালে—"মতা মানুহ বোৰৰ এই ছোৱালী চাই ফুৰা অভ্যাসটো কিন্তু বৰ কুৎচ। যিহে লাখপতিৰ ভাও ধৰে ছোৱালী চাবলৈ গৈ।"

"ধৰিবটো, জীৱনটোলৈ যাক সঙ্গী কৰি লব তাক আগতে ভালকৈ চাবই লাগিব।"

"ছোৱালীহে লৰাৰ সঙ্গী হয়—লৰা ছোৱালীৰ সঙ্গী নহয় নে কি?"

'এৰা আকৌ সেই বাবেহে লৰাই ছোৱালী চাব লাগে।

তেতিয়াহে ছোৱালীয়েও লৰা চাব পাৰে। লৰা বেয়া দেখিলে ছোৱালীয়েও বিয়া নহও বুলি কৈ দিব লাগে।”

“কিন্তু সেইটো নহয়গৈ। ই আমাৰ সমাজত প্ৰচলন হোৱা নাই। ছোৱালী এজনী চাবলৈ গলে যিমান চুৰকৈ বা গোপনে নেযাওক ছোৱালী জনীয়ে বিয়া কৰাৰ উদ্দেশ্যে লৰাটো গৈছে বুলি গম পায়েই; তেতিয়াই ছোৱালী জনী বেলেগ হৈ পৰে। লৰাই আছল ছোৱালী নেদেখে। দ্বিতীয়তে ভালেমান ছোৱালীয়ে প্ৰতিজন লৰাকে চাবলৈ গলেই পতি জ্ঞান কৰে। এইদৰে বহুত ছোৱালী সাধু ভাষাত কবলৈ গলে অসতী হয়। ইয়াৰ বাবে মাতবোৰ দায়ী।”

“সেউতী—আমি এতিয়া জোনাকত আনন্দ উপভোগ কৰিছো—তুমি গৰম হৈ তাক নষ্ট কৰিছা।”

“এৰা কৈ যক বাৰু। আমাৰ এতিয়া তৰ্ক কৰা সময় নহয়।”

“বিয়া হলগৈ তোমাৰ লগত। কিমান হৰ্ষ বিষাদ মিলন-বিৰহৰ মাজেদি দিন বোৰ যাবলৈ ধৰিলে জানাই। তাৰ পাছত লাহেকৈ বি-এ টো পাছ কৰিলো। কামো পালো চৰকাৰী স্কুলত। বাগৰিও ফুৰিলো নানা দেশ—কহিমাৰ পৰা নদীয়া-লৈকে। নিজৰ ঘৰ এডুখৰি নাই—গাৱৰ মাটিৰ পাট্টাই নোহোৱা হল; দৰ্ম্মহা হল সেই কেটকা। কেতিয়াবা খাই, কেতিয়াবা নেখাই, কেতিয়াবা ধোৱাই থকা কেচা খৰিৰে নিজে ভাত ৰান্ধি আনকো খুৱাই, কেতিয়াবা বা লৰাছোৱালীৰ বেমাৰত পৰি দিন বোৰ কটাই দিলো।

তাৰ পাছত কৰিলো এম-এ টো পাছ। তেতিয়া হলো প্রফেচাৰ। থাকিবলৈ ঘৰো পালো এডুখৰি বৰ্ডিং চুপাৰিণ্টেণ্ডেণ্ট হিছাবে। খুব ভাল নহলেও দিন বোৰ ভাল লগা হল—কিন্তু সদায় অভাব। টকা নাই—ৰেডিঅ' নাই—গাড়ী নাই—মাটি নাই—আৰু কত কি নাই—”

“এৰা—বৰ লৰাটোৰ কলেজত নাম লগাবৰ সময়ত মোৰ থুৰীয়া জোৰ বন্ধক দিব লগা হৈছিল নহয়।”

“হয়। তাৰ পাছত ঈশ্বৰে চকু মেলি চালে। আমাৰ ভাল দিন আহিল। মোৰ লিখা কেবাখনো কিতাপ স্কুলত চলিল। তাৰ পৰা টকা কিছু পালো। ইপিনে কলেজৰ 'ভাইচ প্রিন্সিপেল” হলো। লৰাকেটাও গত লাগিল ঠায়ে ঠায়ে। তাৰ পাছত কামৰ পৰা অৱসৰ লৈ এই ঠাই ডুখৰিতে এই কেটা ঘৰ সাজি থিতাপি ললো। আজি ছবছৰ এই দৰেই গল। এতিয়া মৰণক ধিয়াই বহি আছো। ইয়াৰ পাছত তুমি বা কত? আৰু ময়ে বা ক'ত? ইমান আশা আকাঙ্ক্ষাৰ সংসাৰ খনেই বা ক'ত? এদিন ক'ৰবালৈ গুছি যাম- -কলৈ কব নোৱাৰো। এই চব বস্তু ইয়াতে পৰি থাকিব। লগততো একো·লৈ যাব নোৱাৰো।”

বুঢ়াই এটা হুমুনীয়া কাঢ়িলে—বুঢ়ীৰ দুটোপাল চকুলো বাগৰি আহিল। জোনটো ইতিমধ্যে কলা ডাৱৰ এছটাই আগুৰি ধৰিলে। ফাগুণী বা-ছাটি জোৰেৰে ববলৈ ধৰি “ববদৈচিলাভ” পাৰণত হল। দূৰত ধেৰেকনীৰ শব্দ শুনা গল।

বুঢ়ীয়ে কলে—"চাওক—চাওতে চাওতেই ৰতৰটো কেনে হৈ গল। এনে বতৰলৈ মোৰ বৰ ভয় লাগে। বৰ লৰাটোৰ মাজু ছোৱালী জনীয়ে যে এনে বতৰত চিঞৰি চিঞৰি কান্দে। বিজুলী ঢেৰেকণী আহিলে তাই মৰিব পাৰে।"

"এয়ে বৰদৈচিলা—আমৰ মলবোৰ সকুৱাই নষ্ট কৰিবলৈকে ইয়াৰ সৃষ্টি,—কুমলীয়া আমৰ মল বোৰ। কি উলাহত ফুলি উঠিছিল সিহত। কতজনৰ হেপাহ পলুৱাব পাৰিলেহেতেন সেই মল কেইটিয়ে। সৌৱা চোৱা জোনাকী পকুৱাবোৰ উকুৱাই যি বতাহ ছাটিয়ে কৰবাত পেলাই থেকেছি মাৰিলেগৈ। কোনে তাৰ খবৰ ললে বাৰু?"

"আমাৰ মৰণত জানো কোনোবাই খবৰ কৰিব?"

"কৰিব আৰু লৰা কেটাই। লোকক দেখুৱাই হয়তো কান্দিবও হিয়া ধুনি।"

"এৰা"

"মই এটা কথা ভাবিছো—বুজিছা।"

"কি কথা?"

"আমাৰ সাচতীয়া টকা কেটা সেই নকৈ খেলো অনাথ আশ্ৰম খনতে দান দি দিও বুজিছা। পেঞ্চন কেটকাই আমাৰ হব।"

সেউতীয়ে খুব আনন্দ প্ৰকাশ কৰিলে, তেনেতে থলৰ থলৰ কৰি কেটামান শিল ওপৰৰ পৰা পৰিল। শিলা-বৃষ্টিৰ ভয়ত দুয়ো ভিতৰলৈ উঠি গল।

# 'দিল্লীকা লাড্ডু'

দুপৰীয়া ১১ বাজত পাণ্ডুৰ পৰা ৰেলখন আহি গুৱাহাটী ষ্টেচনত বৈ গলহি। মধ্যমশ্রেণীৰ কোঠা এটাতে অজয়— কলিকতাৰ পৰা কটিহাৰেদি ৰেলেদি আহিছে। খিড়িকী খনেৰে মূৰটো উলিয়াই কোনোবা চিনাকী মানুহ পাবৰ আশাত অজয়ে চকু ফুৰাবলৈ ধৰিলে। কলিকতাৰ পৰা নতুন লাইনে আহি গুৱাহাটীত কিয় আমিন গাৱৰ পৰাই ফেৰিত উঠাৰ লগে লগে চিনাকী মানুহ বিচৰাটো এটা আমোদজনক কথা। অজয়ৰ বাঞ্চা পূৰ্ণ হল। সি দূৰত দেখা পালে তাৰ পুৰণি সহপাঠী মঙ্গলদৈৰ বিজয়ক। উত্তৰ গুৱাহাটীৰ পৰা বিজয়ে ফেৰিয়েদি পাৰ হৈ নগাঁৱলৈ বুলি যাবলৈ আহিছিল। অজয়ে দূৰৰ পৰা মাত লগালে—দুয়ো একে গাড়ীতে যাত্ৰা আৰম্ভ কৰিলে। নানা কথা বাৰ্ত্তাৰ মাজতে অজয়ে সুধিলে—"তই বিয়া কৰিলি নে কি ঐ বিজয়। তোক দেখেনি ন-দৰা যেন দেখা গৈছে। তোৰ সাজ-পাৰ, চুলি কটাৰ বাহাৰ, মুখৰ হাঁহি, হাতত নতুন চুটকেছ আদিয়ে দেখোন কিবা নতুনৰ সন্ধান দিয়ে।"

বিজয়—'বাক মোৰ কথা এৰ আৰু—মই বিয়া কৰালো সঁচা—এতিয়া আৰু ন-দৰা হৈ থকাও নাই, পুৰণি গৃহবাসী।'

অজয়—'বেচতো—বিয়াৰ জলপানটো বাৰু চাপৰ-মুখতে খুৱাবি। বাৰু বিয়া কৰালি ক'ত, কেতিয়া কি ছোৱালী ?'

বিজয়—বিয়া কৰালো বিয়াৰ দিনা শহুৰৰ ঘৰত মাইকী ছোৱালী, অ'ৰু কি সুধিবি ?

অজয়—ন-ছোৱালী কেনে পাইছ ?

বিজয়—থিক যেনে পোৱা উচিত।

অজয়—খুব মজাৰ কথা—শহুৰৰ ঘৰত বিয়াৰ দিনা মাইকী ছোৱালী বিয়া কৰালি—এৰাতো, ইয়াৰ বাজেনো আৰু কি বেছি কথা কব লগা আছে, আৰু ন-ছোৱালীও পাইছ যেনে পাব লাগে তেনেই।

বিজয়—বাৰু থচোন এতিয়া মোৰ কথা—মই ভালকৈ সুধিছো—'তোৰ বিয়া কেতিয়া, ক'ত, কি ছোৱালীৰ লগত থিক কৰিছ ?

অজয়—মোৰ বিয়ানে ? মোৰ বিয়া শ্ৰীশ্ৰীযমচন্দ্ৰ—মহাৰাজৰ মাজু কন্যাৰ লগত মোক খৰি দিয়াৰ পাছ দিনা হব বুজিলি ?

বিজয়—বুইছ এইবোৰ ধেমালী এৰ। বিয়া কৰ। তেতিয়াহে বুজিবি সংসাৰ কেনে। এইদৰে দিল্লীকা লাডু খাই পস্তাই মুফুৰিবি।

অজয়—থিক কৈছ দিল্লীকা লাডু তুম খাইকে পস্তাও ঔৰ হাম নাহি খাইকে পস্তায়েগা—

বিজয়—তই সঁচাই বিয়া নকৰাৱনে কি ?

অজয়—মোৰ বিয়াৰ বিষয়ে বৰ বেয়া ভাগ্য—অনেক পণ্ডিতে মোক বিয়া নকৰাবলৈ কয়।

বিজয়—কচোন! কচোন! কৰবাত ঠেকা খালিনে কি?

অজয়—অকল ঠেকাই নহয় লগতে এসেকাও আৰু জনমত বিয়া নহব।

বিজয়—ভাই ক-না।

অজয়—শুন তেন্তে—মোৰ কথা কবলৈ আজিতকৈ আৰু ভাল দিন পোৱা নাযাব। মোৰ অৱস্থা জানই। বি, এ, ফেল কৰি আহি যেতিয়া দেখিলো ঘৰৰ অৱস্থা অতি শোচনীয় আনকি ধাৰৰ প্ৰতাপত আৰু ধৰুৱাৰ বকনিত আমাৰ জীৱন দুৰ্ব্বহ হৈ উঠিছে তেতিয়া আৰু মোৰ পঢ়িবৰ মন নগল। চাকৰীটো দুৰাশাই—নেগুৰ নহলে ভাল চাকৰী পোৱা অসম্ভৱেই। এই বোৰকে ভাবি কিতাপৰ দোকান এখনকে দিয়াৰ স্থিৰ কৰিলো। সৰু কোঠা এটা ভাড়া কৰি দোকান আৰম্ভ কৰিলো। আলিৰ দাঁতিতে দোকানখন তাৰ পাছতে এটা বন্ধা আৰু খোৱা ঘৰ। পাছতে এটি আধা পকা পায়খানা। আলিটোৰ সিপাৰে আছিল এটা পানীৰ কল। বেছ ভালদৰে গৈছিল দিনবোৰ।

বিজয়—দোকানত লাভ হয় জানো?

অজয়—মোৰ হৈছিলে। কাগজ, পেঞ্চিল, বহী, স্কুলত পঢ়া কিতাপ আদিৰ বেছ বিক্ৰী। অলপ কিত্তিপ জানিলেই

লাভ কৰিব পাৰি। মোৰ গ্ৰাহকো ভাল। চেঙ্গেলীয়া লৰা ছোৱালী বিলাক।

বিজয়—গাভৰুহঁত নাহে নেকি ?

অজয়—কম আহে। বেছিকৈ আহে ৯-১০ বছৰীয়া পাটগাভৰু বিলাকহে। দেখি ভাল লাগে—অ এই পাটগাভৰু হঁতক। ফুটু ফুটু কৰা কলিটিৰ সৌন্দৰ্য্য সঁচাই বেলেগ। ফুটি উঠিলে হয়তো তাৰ সৌন্দৰ্য্য বহুত নষ্ট হৈ যায়। ছুটী আৰু আতিল ফ্ৰকটোৰে সৈতে ঢাক খুৱাব খোজা উঠি অহা বুকুখন, আঠুৰ ওচৰলৈকে নিপোতল ভৰি কেইটা, বাউসাৰ পৰা হাত দুখন—তাকো নানা ধৰণৰ ফ্ৰগৰ কাপোৰেৰে ধকা। চাই সঁচাকৈয়ে ভাল লাগিছিল। সৰু লৰাহঁতৰ ফলি গুটি খোজা লাজকুৰীয়া হাৱভাৱ আৰু মজে মাজে কিতাপৰ পাত দুই এটাৰ মাজত সোমাই সঁচাকৈয়ে আনন্দত জীৱন কটাইছিলো।

বিজয়—কটাই থাক কোনে তোৰ ভাগৰ ভাত কাঢ়ি খাইছে।

অজয়—কোনোবাই খালে—শুন। সেই দিনা শনিবাৰ গাঁৱৰ ঘৰলৈ যাবৰ ইচ্ছাৰে পুৰা ২-১ পদ বস্তু কিনি থৈছিলো। ৪ মান বজাত ঘৰলৈ চাইকেল মাৰি যোৱা কথা। বস্তুখিনি থৈ দিছিলো। লগতে আছিল এটা 'লজেনৰ' ধুনীয়া টীনৰ খালি টেমা। সিও আছিল মোৰ মেজখনৰ ওপৰতে। আঢ়েমান বাজিছে, এজ্যাক ছোৱালী মোৰ দোকানত সোমাল। হুৰহুৰাই

দুপদুপাই নানা বস্তু কিনিলে। তাৰে এজনী ছোৱালীয়ে অল্প আঁতৰৰ পৰা ভনীয়েকক দেখুৱাই মোৰ সেই টেমাটো খুব ধুনীয়া বুলি শলগাৰ উপৰিও ভনীয়েকক টেমাটো খুজি নিবৰ কাৰণে কুটুৰি আছিল। কথাটো মোৰ চকুত পৰাত গৰ্বৰ হাঁহি এটা মাৰি টেমাটো ছোৱালী জনীক দি দিলো। গল কথা গুছিল। লেঠা মৰিল।

বিজয়—লেঠা পিছে আকৌ লাগিল কেনেকৈ ?

অজয়—ছোৱালী জনী মোৰ দোকানৰ মুখে সদায় স্কুললৈ যায় আৰু ঘৰলৈ ঘূৰি আহে। মই নিতৌ একে ঠাইৰ পৰা দেখো। তাই কেৰাাহকৈ মোলৈ একোবাৰ চাই যায়। মইও চাওঁ। এদিন মোৰ বন্ধু এজনে সুধিলে—"হেৰ'! কিতাপ বেচাৰ লগে লগে প্ৰেমৰ খেলাও পাতিছ নেকি ?" মই অবাক। সেই দিনাৰ পৰা আমাৰ দৰ্শন কাৰ্য্য দিনৌ গাঢ়হে হৈ আহিবলৈ ধৰিলে। শেষত তাইক দিনটোত এবাৰ নেদেখিলে মোৰ খুব বেয়া লগা অৱস্থা হলগৈ। বাটে-ঘাটে, থিয়েটাৰে-চিনেমাই, আমাৰ এবাৰ নহয় এবাৰ দেখা দেখি হয়েই। এইদৰে দুবছৰ গল।

বিজয়—তাৰ পিছত ?

অজয়—তাৰ পাছত এদিন মাকেৰে সৈতে শ্ৰীমতীৰ আমাৰ দোকানত পদাৰ্পণ। ৪।৫ খন কিতাপ কিনাৰ উপৰিও মাকে মোৰ সকলো আঁতি গুৰিও ললে। মোৰ অৱস্থা কি হৈছিল বুজিছাই নহয় ?

বিজয়—অঁ—

অজয়—এদিন তেওঁলোকৰ ঘৰলৈ মোৰ নিমন্ত্ৰণো হ'ল। খালোঁও খুব। চালোঁও হেঁপাহ পলাই। গালোঁও বহুত। তাৰ পাছত কিতাপ অনা নিয়া! মোলৈ নতুন কিতাপ আহিলেই একপি মই পঢ়িবলৈ দিওঁ চাকৰৰ লৰা, তেওঁৰ ভনীয়েক বা ভায়েকৰ হাতত। তেওঁ ওলোটাই দিয়ে খুব সযত্নে। কিতাপৰ মাজৰ পাতত পাও এচেন্সৰ তীব্ৰ গোন্ধ আৰু মৰমৰ একোটা অনুভূতি। এই সাহতে এদিন গল্প কিতাপ এটাৰ এঠাইত তলৰ কথা কেটাৰ তলত আঁচ টানি পঠালো। যেন মই পঢোতেহে তাত সেই-বোৰ আঁচ হঠাতে দিলো ·· "ভাল পোৱা স্বৰ্গীয় বস্তু। আমি মানুহ, মানুহে মানুহক ভাল পোৱা স্বাভাবিক" কিতাপ যথা সময়ত ঘূৰাই পালো। তাত আৰু কেইষাৰি মান কথাৰ তলত আঁচ মৰা পালো। 'ভাল পোৱা যেতিয়া এজনৰ হিয়াত জাগে ভাল-পোবাৰ পাত্ৰ সিজনৰ অন্তৰতো একে ভাবেই জাগে। দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হয়—ই অতি সচা কথা।" এই দৰেই আমি দুয়ো ওচৰ চাপি গলো। আৰু এদিন কিতাপ বান্ধি পাঠোৱা খবৰ কাগজ টুকুৰাৰ এমূৰে লিখি পঠালো "নিজৰ ভাব ব্যক্ত কৰা পাপ নহয়।" তাৰ পাছত্তে তেওঁৰ চিঠি এখন কিতাপৰ মাজত পালো। ময়ো নিৰ্ভয়ে উত্তৰ দিলো। এইদৰে চমু চাপি গৈ আমাৰ বিয়া হোৱাৰ কথা থিক হৈয়ে গল।

মই তেওঁলোকৰ ঘৰলৈ প্ৰায়েই যাওঁ। একেবাৰেই ভিতৰ

পাওঁগৈ। কোনেও আমাৰ মাজত কথা বাৰ্ত্তাত বাধা নজন্মায়। এদিন গধূলি তেওঁৰ ঘৰলৈ গলো। হাতত এখন সঞ্চয়িতা, তেওঁক উপহাৰ দিম বুলিয়ে লৈ গৈছিলো। ঘৰত কোনো নাই। সকলো ফুৰিবলৈ গল। তেওঁ পঢ়া মেজখনৰ ওচৰলৈ গৈ বহিলোগৈ। লগত ফুৰিবলৈ কোন কোন গৈছে চাকৰৰ লৰাটোক সুধিলো। পৰেশৰ গাড়ীতে হেনো তেওঁ, তেওঁৰ ভনীয়েক দুজনী আৰু সৰু ভায়েক এটা টকী চাবলৈ গৈছে। পৰেশ এজন স্থানীয় ব্যৱসায়ী। অৱস্থা ভাল—গাড়ী, ৰেডিঅ' আদি আধুনিক সৰঞ্জাম সকলো আছে। যাহওক কিতাপখন থৈ যাবৰ ইচ্ছা কৰিলো। কেটামান আখৰ লিখিবলৈ বুলি কাগজ এটুকুৰা বিচাৰিলো। দেৰাজটোৰ তলাটো খোলা দেখি দেৰাজটো টান মাৰি আনিলো। তাৰ ভিতৰত তিনটা খাম দেখিলো। এখনৰ ওপৰত লিখা অছে—"মিঃ আহমদ", দ্বিতীয় খনত লিখা আছে—"মৰমৰ পৰেশ" আৰু তৃতীয় খনত লিখা আছে "শ্ৰদ্ধেয় চলিহা," তেওঁৰ হাতৰ আখৰ মই চিনি, পাওঁ চিঠি কেখন তেওঁৰ বুলি ঠিৰাং কৰি প্ৰথমে পৰেশৰ চিঠিখন পঢ়িলো।

"প্ৰাণৰ পৰেশ—

তুমি জানা—মোৰ বিয়াৰ প্ৰায় ঠিক হৈছে। মোৰ কথা পাহৰি যাবা দেই।

শ্ৰী——"

মোৰ গাটো থক্ থক্ কৰে কপি উঠিল। দ্বিতীয় খন চিঠি পঢ়িলো।

"চেনেহৰ আহমদ মোৰ—

মোৰ এতিয়া সকলোকে সমান চকুৰে চোৱা দিন উকলিল। তুমি সকলো শুনিছা নিশ্চয়।

মোক ক্ষমা কৰিবা বুলি বিশ্বাস আছে। আশাকৰো কৰিবা।

শ্ৰী———"

মোৰ চকুৱে জুই আঙনি ওলাল। লৰাটোক খুজি ঠাণ্ডা পানী এগিলাছ খালো আৰু খন্তেক ৰহি তৃতীয়খন চিঠি পঢ়িলো।

"শ্ৰদ্ধেয় চলিহা—

আপোনাক দেউতাৰ বন্ধু হিচাবে আপুনি বুলিয়েই লিখো। তথাপি আপোনাৰ লগত মোৰ সমন্ধ অন্যৰকমৰ আছিল। আজি ইমানদিনে আপুনি মোৰ হিয়াৰ এডোখৰ ডাঙৰ ঠাই অধিকাৰ কৰি" ... ... .... চিঠি আৰু পঢ়িবলৈ নহল। আগৰ ঠাইতে থৈ সঞ্চয়িতাখন হাতত লৈ ঘৰৰ বাজ ওলালো আৰু সেই ৰাতি-য়েই কলিকতালৈ গুছি গলো। আজি তিনি মাহৰ মূৰত ওলাই-ছোহি।'

গাড়ী চাপৰমুখ পাওঁ পাওঁ। বেগ থামি আহিছে। বিজয়ে সুধিলে—'কচোন ক ভাই ছোৱালী-জনীৰ আতিগুৰি অলপমান ক।'

অজয়—'নকও তেওঁৰ অনিষ্ট কৰাৰ মোৰ ইচ্ছা নাই। তেওঁ তেওঁৰ বাটে যক আৰু মই মোৰ বাটে যাম। কলিকতাত ইমান দিন তাকে থিক কৰিলো। মই এতিয়া দেশভ্ৰমণৰ পথিক। চা গোটেইখিনি আৱশ্যকীয় লগেজ মই কেনেকৈ কঢ়িয়াই নিব পৰাকৈ

লৈছো।’ এই বুলি মিলিটেৰীয়ে বন্ধাদি গোটেই গাটোতে তাৰ লগেজ পত্ৰবোৰ আৰি ল'লে।

বিজয়—আঃ বাপেকৰ নামটো ক, তাত কি হব পাৰে।

অজয়—বাপেকৰ নাম ‘নৰেণ কাকতী’ আৰু মুসুধিবা, বুলি অজয় গাড়ীৰ পৰা নামি প্ৰায় লৰি যোৱাদি ৰিফ্ৰেচমেণ্টৰুমৰ ফালে আগ বাঢ়িল।

আৰু বিজয়—বিজয়ে ঠাইতে পায়খানালৈ সোমাই মূৰত পানী লবলৈ ধৰিলে। নৰেণ কাকতীৰ সেই জীয়েকক যে তেওঁ এপক্ষৰ আগেয়ে মাত্ৰ বিয়া কৰাইছে।

——×——

# বৃহস্পতি বাৰৰ ভ্ৰমণ

[ হুৰমুৰ যাত্ৰা ]

ঘৰৰ পৰা বাজ ওলালো থপ কৰে—কি বাৰ কি কথা ভাবিবলৈ নহল। পাছতহে গম পাইছো—সেই দিনা বোলে বৃহস্পতিবাৰ। মোৰ ভ্ৰমণ আৰম্ভ হল বাৰ বেলাত। হল আৰু যি হল—আমাৰ দৰে দঙুৰা মানুহ মৰিলোৱেই বা—কাৰনো কেনি হানি হব ?

## [ অচমীয়া চিথেছিলাম ]

আমাৰ ষ্টেচন ভঙোত ৰেলখন ৰোৱাৰ লগে লগে উঠিবলৈ জেঁগা বিচাৰি ফুৰিলো—জেগা পোৱা সচাই টান, আটাইবোৰ ডবা ঠাহ খোৱা। লেবেল লগা মধ্যম শ্ৰেণীৰ কোঠা এটাত খিড়িকি এখনৰে চাই দেখো যাত্ৰা মুঠেই দুজন। লেবেল খনত লিখা আছে, "দুশ মাইলৰ ওপৰৰ যাত্ৰীৰ কাৰণে।" দুৱাৰখন হেচুকি চালো ভিতৰৰ পৰা বন্ধ কৰা। খিড়িকি খনেৰে ভিতৰৰ ভদ্ৰলোককেজনক দুৱাৰ মেলি দিবলৈ খাতিলো। উত্তৰ আহিল—"ৰিজাৰ্ভ গাড়ী অন্যখানে যান।" "মস্নো ৰিজাৰ্ভ শ্ৰেণীৰহে মানুহ—বেগাই দুৱাৰ খোলক, গাড়ী এৰিব এতিয়া" মই ইংৰাজীত টান মাতেৰে কলো। দুৱাৰ খোল খালে। ভদ্ৰলোক দুজনৰ পোন্দোৱা চকুলৈ আওকান কৰি বহি পৰিলো। ৰেল এৰি দিলে। ওচৰৰে এজনক সুধিলো—

"আপুনি কলৈ যাব?"

"ফাৰকাটিং যাইব।"

"ঘৰ ক'ত?"

"তিনচুকীয়াই"

"ফৰকাটিঙত নামি গোলাঘাটলৈ যাবনে কি?"

"হা। ফাৰকাটিং থেকে গোলাঘাট কত দূৰ? সেখানে কি বাঙ্গালী হোটেল আছে?"

"আপুনি থাকে তিনচুকীয়াত, যাব ফৰকটিঙেদি গোলা-ঘাটলৈ, গাত আছে অসমীয়া এড়ি চাদৰ। পিছে গোলাঘাটত বিচাৰিছে বঙ্গালী হোটেল' মাতবোৰো দেখোন কেনেবা আচহুৱা যেন লাগিছে। মনে অসমীয়া শিকা নাই? অসমত আছেই বা কিমান দিন?"

"আমি ১৯১৩ চনে কটন কলেজ থেকে বি-এ পাছ কৰেছি। সেদিন থেকে আমি অচমেই। অচমীয়া চিখেছিলাম —ভুলে গেছি"

## [ থপ কৰে বোৱাৰী হল ]

মৰিয়নীত উঠিল দুজনী ছোৱালী—আৰু এজন ডেকা। দুয়োজনী গাভৰু, এৰা দুয়োজনীয়েই গাভৰু। গাভৰু দুগৰাকীয়ে ফচিঙ্গা-ফিচিঙ্গি কৰি চাৰিও পিনে চাই চাই হাহিলে—মোৰ ফালে কিন্তু বেছিকৈ চায় দেই—বোধ কৰো চিলচিলিয়া ডেকা বাবে। ডেকাজনে কুলিটোক হুকুম দি বস্তু বাহানীবিলাক ঠান-ঠিত লগোৱালে। দুই গাভৰু ঠিয় হৈয়েই আছে। এনেতে সোমাই আহিল এজন বুঢ়া। তেওঁক দেখা মাত্রে দুজনী গাভৰুৰ এজনীয়ে বেণী দুডাল ভিতৰ সুমাই চাদৰ খনৰ আগ এটা ডাঙ্গি মূৰত লৈ খপ কৰে বোৱাৰী হল। "ভাল যায়গা পেয়েছি বাবা" ডেকাই কলে। ন-বোৱাৰীয়ে বুঢ়াৰ ভৰি চুই "পেন্নাম বাবা" বুলি কলে। 'আচ্ছা থাক

আচ্ছা থাক” বুলি বুঢ়া নামি গল। ইগৰাকী গাৰ্ভকৰে খিড়িকিয়েদি মূৰটো উলিয়াই বুঢ়াক কলে, ‘বাবা আমি কিন্তু বৌদিকে চাৰছি না। ওদেৰ সঙ্গে দাদাৰ শশুৰ বাড়ীতে একমাস থাকব—মাকে বলে দিবেন।” মই সকলো কথাৰ ওৰ তেতিয়াহে পালো। আঠমঙ্গলা খাবলৈ শহুৰৰ ঘৰলৈ যোৱা দৰা-কইনাৰ লগত দৰাৰ ভনীয়েক গৈছে মলহা খাবলৈ। মোকো যে লগতে মাতি লৈ নগল তাৰ বাবে মনে মনে তেওঁ-লোকক ধন্যবাদ জনালো।

## [ ক্যেক ক্যেক কৰাহ কিয়া হা ]

ৰাতি পুৱাই পুৱাই আহোতেই গুৱাহাটি পালোগৈ। ওপৰৰ ৰিটায়াৰিং ৰুম এটাৰ বন্দবস্ত কৰি মাল বস্তুবোৰ থৈ মুখ হাত ধুই ৰদ লবৰ মনেৰে প্লেটফৰ্ম্মলৈ নামি গলো। কেটোৰ কলা লোদোৰ-পোদোৰ মেটোৰ কেটামানে প্লেটফৰ্ম্ম জাকু দিছে। খেকাৰ, সেঙ্গুন, কমলা টেঙ্গাৰ বাকলি, আধা খোৱা বিড়ি, পৃথিবীৰ ভষ্মধূলা সকলো মিলি এক *সুন্দৰ* অৱহাৱাৰ সৃষ্টি হৈছিল। এজন গুৱাহটীয়া আপাই কোনো এক হাকিমৰ বেবীক ফুৰাবলৈ তালৈ আনক—এখন আধুনিক “পুছ্-কাৰত”। বেবী ম্নবুলি উলৰ দেৰ বছৰীয়া পুতলা বুলিলেও হয়। মূৰত উলৰ টুপি, ভৰিত উলৰ মোজা, গাত উলৰ চুৱেটাৰ, হাতত উলৰ হাত মোজা, বিচনা চাদৰ উলৰ,

ওচৰতে আৰু এখন উলৰ আলোৱান। এনে পোষাক পিন্ধাই আপাই তেওঁক হান্না খুৱাইছে। ৰ'দ উঠি আহিল। ৰ'দে ৰ'দে গাড়ীখন প্ৰকাণ্ড প্লেট ফৰ্ম্ম খনত ইফাল সিফাল কৰি আছে। মাজে মাজে ধূলিৰ ধোৱা-কোৱাৰ মাজত গাড়ীখন নেদেখা হয়—কেতিয়াবা মোৰ ওচৰেদিয়েই যায়। মোৰ মনত পৰিল শঙ্কৰ গুৰুৰ লিখা কেফাকিলৈ—

কুন্দ্ৰাক্ষৰ জালে বজাৰে বোম্বালে
অগৰু ধূপৰ ধুম।
·দেখি ধোৱা-কুই তাতে আৰ হুই
ভ্ৰমে নাৰী জুমাজুম॥

ময়ো কবিতা এফাকি আওৰালো—

সোতাৰ কোবত উৰে বতাহত
পৃথিবীৰ ভস্ম ধূলা।
তাতে আৰ হুই কাৰ বাৎসা তুমি
আনন্দে মগন ভৈলা॥

বাৎসা গবমত থাকিব নোৱাৰি আৰু ধূলিত চকুৱে জলক-তবক দেখি নাক মুখ বন্ধ হৈ কান্দি উঠিল। আপাই মাত লগালে "এনাই হেন সুখত, এনাইহেন দেব পুৰীত, এনাইহেন মানুহট'ৰে মুৰাবা আন্‌ছো ক্যেক ক্যেক কৰাহ কিয়া হা।"

মই ঠাইতে ওপৰলৈ উঠি গলো।

## [ ইয়াত যুগান্তৰহে চলে ]

রিফ্রেছমেণ্ট ৰুমত চাহ এটোপা খাও বুলি সোমালো। চাহ এসোহা মাৰিয়েই কাগজ এখন চাবৰ মন গল। ত্ৰিবিউন বা নতুন অসমীয়া কাগজ এখন চাবলৈ দিবৰ কাৰণে বোহৰাক কলো। সি আচৰিত হৈ সুধিলে "ত্ৰিবিউন, নতুন অসমীয়া আদি কাগজৰ নাম মই শুনাই নাই। সেইবোৰ কাগজ কলিকটাতহে পাব। ইয়াত যুগান্তৰহে চলে।"

## [ মিউনিচিপালিটি বহুত খাড়াপ কাম কিয়া ]

দিনটো যি কামতে হাত দিলো তাতে অসিদ্ধ হল বুলিয়েই কব পাৰি। তথাপি যি হয় কৰি ৰেষ্টোৰা এটাত চাহ খাবলৈ সোমালো—আবেলি। ৰুটী আৰু মাংস বেহেৰাই চাহাবী কায়দাত সজাই দিলে। অলপ খালো। তাৰ পাছত চাও মাংসৰ বাতিটোত কেটামান ভাত। বেহেৰাটো মাতিলো আৰু তাত ভাত কেনেকৈ ওলাল সুধিলো। সঁচা কথা কলে অলপ বকচিছ দিম বুলিও কলো। সি সঁচা কথাকে কলে। "এজন চাহাবে ভাত মাংস খাইছিল—কিছু মাংস এৰি গ'ল। তাতে আৰু অলপ মাংস দি আপোনাক দিয়া হৈছিল। ভুলতে ভাত কেটা তুলি পেলাবলৈ পাহৰিলো। মালিকক নকব হুজুৰ—মোৰ চাকৰী যাব। মোক বকচিছো নেলাগে।" মোৰ বমি হও হও লাগিল।

মোৰ বকচিছটোকে মোক ঘোছ্ দি তাৰ চাকৰীটো ৰাখিবলৈ কৰা অনুৰোধৰ বাবে হাহিও উঠিল। দিব লীগয়া পইছা খিনি দি ওলায় গলো। গধূলি ঘৰ পোৱাৰ লগে লগে মোৰ পেটৰ বিষ আৰম্ভ হল। তাৰ পাছত পেট চলিবলৈ আৰম্ভ কৰিলে। ২য় বাৰ খুব ভয় লগাকৈ শৌচ হল। বেছি ৰাতি হোৱাৰ আগতে ডাক্তৰৰ তালৈ যোৱাই উচিত বিবেচনা কৰি খুব লৰ-ধৰ কৈ ৰিক্সা এখনত উঠিলোগৈ। "কাহা বাবু" ৰিক্সাৱালাই সুধিলে। "চলাও পান বাজাৰকা তৰফ"— মই কলো। "ঐ তৰফ আজ কাল কুছ নাহি হেয় বাবু চাহাব—আচ্ছা দেখেগা' বুলি সি আগ বাঢ়িল। পান বজাৰৰ ডাক্তৰ খানা এটাত সকলো কথা কলত পিল কেটামান দিলে আৰু ভয় কৰিবলৈ মানা কৰিলে। অলপ আশ্বস্ত হৈ আকৌ ৰিক্সাত উঠিলো। সি আহোতে কি 'কুছ নাহি হেয়," বুলি কৈছিল কবলৈ তাক কলো। সি কৈ গল "বাবু চাহাব মেনে বাই মেমকা বাত বলাথা। আপ যেইছে যতাযৎ আইকে ৰিক্সামে উঠ গিয়া ছুচোৰা বাবু এইসে বাই মেমকা তৰফ যাতে হেয়। লেকিন লাখটকীয়াসে চব বাই মেমকো হতাই দিয়া। হাম লোগকা বহুত কামানি ইছচে হুৱা থা। মিউনিচিপালিটি বহুত খাড়াপ কাম কিয়া, বহুত লোগোকো ভাত মাৰ দিয়া"—এৰা ভাত উপাৰ্জ্জন কৰিবলৈ তাতকৈ আৰু ভাল বুধি নাই—মই শুই পৰিলো।

[ সোমে শনি পূব বাস।
দুটি গলে এটি নাশ॥ ]

তাৰ পাছ দিনা অৰ্থাৎ শনিবাৰে ১১ ৪০ মিনিটৰ দিনৰ ডাক গাড়ীতে ঘৰলৈ ওলটিলো। চাপৰ মুখত উঠিল দুটি চিলচিলীয়া ডেকা। ৰাজকাপুৰ আৰু নাৰ্গিছৰ নানা ভাবভঙ্গীৰ চাব দিয়া কাপোঁৰৰ দুটা হাৱাই চাৰ্ট দুয়োৰে গাত। মুখকেখন পাওদাৰ সেন্দুৰ আদি সানি ধুনীয়াকৈ ৰঙ্গচৱা কৰা—হাতৰ পিঠি কেটা হলে শ্ৰীকৃষ্ণাইৰ বৰণৰ দেই। ৰেল এৰাৰ লগে লগে ধুনীয়া টেমা এটাৰ পৰা উলিয়াই দুটা চিগাৰেট হুপিলে। তাৰ পাছৰ ষ্টেচনত ৰেল ৰোৱাৰ লগে লগে দুয়ো নামি গল। এই দৰেই প্ৰতি ষ্টেচনত ৰেল ৰোৱাৰ লগে লগে দুয়ো নামে আৰু ৰেল এৰাৰ লগে লগে দুয়ো উঠে। এবাৰ মন কৰি দেখিলো দুই জয়-বিজয়ে আমাৰ ওচৰৰে লেডিজ ইণ্টাৰ খনৰ কাষত ৰেল ৰলেই তহলেগৈ। ২।৪ আষাৰ কিবাকিবি কয়ো। প্ৰতি ষ্টেচনত নমা উঠা কৰাৰ কাৰণ সিমানেই।

ডিমাপুৰত ৰেল এৰাত দেখিলো ডেকা এজনহে উঠিল ইঞ্জিন নাই। ফৰকটিঙ্গত ডেকাজন ওলাই গৈ ঘূৰি খবৰ দিলেহি বোলে তেওৰ লগৰ ডেকাজন ডিমাপুৰতে থাকি আহিব পায়। ৰেল চলাৰ সময়ত তেও হেনো কোনোমতে উঠিল। ইঞ্জিন পাছৰ খন গাড়ীত উঠিবলৈ যত্ন কৰিছিল—এতিয়া তাত নাই। ডেকা কান্দো, কান্দো হল। মই আকৌ বোলো "বেজাৰ

নকৰিবা আই, অ' বোপাই হে, হেঁৰি অ' শাস্ত্ৰত কৈছে নহয়—সোমে শণি পূবে বাস—দুটি গলে এটি নাশ। তোমালোকেনো শনিবাৰে পূব ফালে যাত্ৰা কৰিছিলা কিয়? যি হল হল ইয়াতে নামি পাছৰ গাড়ীত তুমিও ডিমাপুৰলৈ যোৱাগৈ। এতিয়া ইজনক সেই কথা কবৰ কাৰণে তাৰ মাষ্টৰলৈ তাঁৰ কৰি দিয়াগৈ।" বেচেৰা নামি গল।

## [ মুঠেই তেৰটি ]

তিতাবৰত উঠিল এজন বিপ্ৰ। বয়স ৫৫ মানে হব—বেছ আতিল চেহেৰা-পাতি। তেও উঠিয়েই ভেণ্ডৰক মাতি টকা এটাৰ কমলা কিনিলে আৰু গাই পতি একোটাকৈ প্ৰতি যাত্ৰীকে দি গল। মই আকৌ কথাৰ চলতে সুধিলো—

"দেউ, এইনো কমলা দান কিহৰ বাবে?"

"আমাকে সুধিছেনে?"

"হৈছে।"

"হেঃ হেঃ হেঃ কিনো কম আৰু? কৰিব লগিছিল সুবৰ্ণ দান, পিছে অভাৱত কৰিছো সুবৰ্ণ বৰ্ণৰ কমলা দান—যথা মধ্বঃ অভাবে গুৰং।"

"আমি আকৌ দেউক দানৰ কাৰণটোহে সুধিছো—বোলো দানায় কিম—অৰ্থাৎ দান কি কাৰণত বিধেয়?"

"আমাৰ এটি পুত্ৰ সম্পত্তি লাভ হৈছে, সেই অৰ্থে এই দান—সৎ পাত্ৰত দান।"

"কত, কেতিয়া, কিমান সময়ত, কি তিথিত, কি নক্ষত্ৰত, কি শুভক্ষণত, কোন নম্বৰ পুত্ৰজাত হৈছে ?"

"গত ৰাত্ৰে, শুক্ৰবাৰে, উত্তৰ ফাল্গুনী নক্ষত্ৰে, তৃতীয়াং তিথৌ · "

"সজ সজ দেউ, পিছে কোন নম্বৰী অৰ্থাৎ এইটিৰে সৈতে সন্তান সন্ততি কেইটি হল ?"

"মুঠেই তেৰটি" দেৱে উৎফুল্ল নয়নে উত্তৰ দিলে।

চাই থাকোতেই ভ'জা পালোগৈ—মই নামি পৰিলো।

## পৰাজয়

পাণ্ডু ষ্টেচনত দেখিলো তিনচুকীয়ালৈ যাব লগা ৰেলখনত এজনী ছোৱালী, বৰ ধুনীয়া ছোৱালী, সচাকৈয়ে বৰ ধুনীয়া ছোৱালী। মই টি-টি-ই সকলো যাত্ৰীৰ ওচৰলৈ নিসঙ্কোছে যাব পাৰো। ছোৱালী জনীৰ ওচৰলৈ গলো—নিসঙ্কোছে নহয়, খুব ভয়ে ভয়ে। গাটো মোৰ কপিছিল, ওঠ দুটা শুকাই গৈছিল, মাত সৰু হৈ আহিছিল—তথাপি মই গলো, ঠিক গুৱাহাটি ষ্টেচনতে, হয় গুৱাহাটিতে চেকিং আৰম্ভ কৰিলো।

"আপুনি কলৈ যাব ? টিকত হল জানো ?"

"টিকট নোলোৱাকৈ ৰেলত উঠিমনে ?" এয়া টিকট— তেও টিকটটো উলিয়াই দিলে। তিনচুকীয়ালৈ যাব।

চহী এটা কৰি টিকটটো ফিৰাই দি সুধিলো "আপোনাৰ ঘৰ তিনচুকীয়াতনে কি ?"

"মোৰ ঘৰ য'তে নহক আপোনাক কেলেই ? টিকট পালে লেঠা মৰিল।"

হয়তো টি-টি-ইয়ে টিকট পালে যাত্ৰীৰ লগত কোনো কথা নেথাকেতো। কিন্তু চব যাত্ৰী জানো সমান ? চব টি-টি-ইৰ জানো অন্তকৰণ নাই ? টি-টি-য়ে জানো ৰেলৰ ৰোমাঞ্চ নিবিচাৰে ? টি-টি-য়ে বা বিয়াকে নকৰাব ? আটিল পোষাকটো পিন্ধি ৰেলত ঘুৰি ফুৰা মাত্ৰ এটা যন্ত্ৰনে কি টি-টি-ই ?

আৰু দুজন মানৰ টিকট চাই নামি গলো। ঘূৰি চাই দেখো তেও মোৰ ফালে চাই ভ্ৰূকুটিৰ হাহি এটা মাৰিলে। হাহিটো মোৰ ভাল লাগিল। মোৰ গাটো ঘামিবলৈ ধৰিলে। মই চেকেণ্ড ক্লাছ কম্পাৰ্টমেণ্ট এটাত উঠি ফেন খন খুলি দি বহি ললো। এটা চিগাৰেট খালো। এটা প্লেন কৰিলো। ৰেল পূৰা দমত চলিল।

চাপৰ মুখত আকৌ গলো সেই ডবাটোলৈ। যাত্ৰীৰ খুব ভীৰ হৈছিল। দূৰৰ পৰা দেখিলো ছোৱালী জনীৰ বহাতে দিগদাৰ হৈছিল। কেবাটাও সক লৰা ছোৱালীয়ে বেচেৰীক হেছি

ধৰিছিল। মাল বস্তুবে সৈতে ডবাটো ঠাহ খালে। উঠা-নমা কৰাতো অসম্ভৱহেই— লৰচৰ কৰাও আহুকাল।

টিকট চাই চাই আকৌ তেওঁৰ ওচৰ পালোগৈ। "আপোনাৰ কিবা অসুবিধা হৈছে নে কি?" যাত্ৰীক সা-সুবিধা কৰি দিয়া মোৰ কৰ্তব্য—এই বাবে নিৰ্ভয়ে কথাটো সুধিলো।

"মুঠেই নাই হোৱা"—গোঙোৰা ভাবে উত্তৰ এটা পালো।

ইমান ধুনীয়া ছোৱালী জনী ইমান গোঙোৰা কেনেকৈ হব? মাতাটো মিঠা—কিন্তু ধাৰ সাধিবলৈ অহা দোকানীক ব্যবহাৰ কৰাদি মোক ছোৱালী জনীয়ে ব্যবহাৰ কৰিলে কিয়? মই এইবাৰ অলপ বিৰক্তিৰ ভাব দেখুৱালো। তেওঁৰ কথা যেন মই মুঠেই ভবা নাই—এনে ভাবে যাত্ৰীসকলৰ মাল বস্তুবোৰ চালো। ছোৱালী জনীয়ে এইবাৰ কলে "চাহ অকণ খাব পৰা হলে ভাল আছিল—নমা উঠা একেবাৰে অসম্ভৱ।" কথাটো মোকে কলেনে কি মই তেওক চাহ অনাই দিব লাগেনে কি? মই বহুত ভাবি একো উৱাদিহ নেপাই নামি গলো।

লামডিং ষ্টেচনত ৰিফ্ৰেৰছমেণ্ট ৰুমৰ পৰা সুন্দৰ কৈ সজাই বেহেৰা এটাৰ হাতত দি চাহৰ সামগ্ৰী এসুজলী ওচৰলৈ লৈ গলো। তেতিয়া ডবাত ভীৰ নাই।

"আপুনি চাহৰ কথা কৈছিল নহয়—?"

"নাইকোৱা—মোক চাহ নেলাগে।"

"চাপৰ মুখত চাহৰ কথা কৈছিল—ইতিমধ্যে কৰবাত খালেনে কি? যদি নাই খোৱা খাওক। মই বৰ যত্ন কৰি এই চাহ অনাইছো। চাৰ্জ্জও কম হব—নতুবা মই অৰ্ডাৰ দিছো যেতিয়া পইছা নিদিলেও হব।"

ছোৱালী জনীয়ে একো নেমাতিলে। মই চাহ খিনি আগত দি বেহেৰাক যাবলৈ কলো। বেহেৰা গল।

"মই চাহ নেখাও—"

"খাওক না—ইমান আদৰৰ বস্তু নেওচিব নেপায়।"

"কোনে মোক অদৰ যাচিবলৈ আপোনাক মাতিছে? যাওক. ইয়াৰ পৰা। লৈ যক এইবোৰ।" ছোৱালী জনীয়ে চাহৰ ট্ৰেখন ঠেলা মাৰি দিলে। ঢোলোকনি খাই চাহবোৰ আৰু গাখীৰখিনি ট্ৰেখনত পৰি গল। মই সুতুক কৰে তাৰ পৰা নামি গলো। বেহেৰাই কেতিয়াবা ট্ৰেখন নিলে, পইছা তেৱেঁ দিলে বোধ কৰো। ৰেল চলিল।

ডিমাপুৰ ষ্টেচন এৰাৰ লগে লগে ছোৱালীজনী অকল সৰীয়া হল। ওচৰৰ কোঠাটোত মই বহি গৈছো। আধা ইঞ্চি ডাঠ এখন বেৰৰ সিফালে মাত্ৰ ছোৱালী জনী। আধা শোৱা অৱস্থাত বাহু এটি খিড়িকিয়ে দি উলিয়াই তেও বহি আছিল। এনেতে এটা বিকট চিঞৰ শুনিলো সেই কোঠা-টোৰ পৰা। খিড়িকি খনে মূৰটো উলিয়াই ইখন খিড়কিয়েদি কোঠাটোলে চাই দেখিলো. ছোৱালী জনী কোঠাৰ তললৈ পৰি গৈছে। সিফালে হাতত পিস্তল এটা লৈ কাম মুৰ্ত্তি

ধৰি ঠিয় হৈ আছে পঞ্জাবী এটা। মই গৰ্জি উঠি মুহূৰ্ত্তে চিঁৰিয়ে বগাই কোঠোটোত সোমালো। পঞ্জাবীটো পলাল। আলফুলকৈ ছোৱালী জনী কোছলৈ তুলি মূৰটো কোলাত লৈ সুধিলো "বৰ ভই খাইছানেকি? এতিয়া নিৰাপদ। চকু মেলা। পানী খাবানে কি?" তেও চকু মেলি চালে আৰু মোৰ কোলালৈ জোৰ কৰি সোমাই আহিল। জোৰকৈ সাবাটি ধৰি মই মূৰটো পিহি দিলো।

"পানী—পানী—মোৰ খুব পিয়াহ লাগিছে," তেওঁ কলে।

জেপৰ পৰা কমলা এটা ওলিয়াই টুকুটামান তেওৰ মুখত দিলো। তেও সুস্থ হল। পাছৰ ষ্টেচনত ৰেল ৰোৱাৰ লগে লগে ঠিক মতে বহিল। মই নামি যাব খুজিলো। তেও মানা কৰিলে। তেওৰ বুকৰ পৰা তেতিয়াও ভয় যোৱা নাছিল। কথা বতৰা পাতি ফৰকাটিং ষ্টেচন পালোগৈ। তেওৰ নাম সবিতা ৰয়, ঘৰ তিনচুকীয়াত। দেউটাক ঠিকাদাৰ। কালকটাত আই-এ পবে। গৰমৰ বন্ধত ঘৰলৈ আহিছিল। তাতে কেবা গৰাকীও মানুহ উঠিল। এই কথাটো কাকো নকবলৈ অনুৰোধ কৰি মই তাৰ পৰা নামি গলো।

তাৰ পাছত তেওৰ নিমন্ত্ৰন ক্ৰমে ৰয় পৰিয়ালৰ লগত মোৰ ঘনিষ্ট সমন্ধ হল—শেষত সবিতাৰ লগত মোৰ বিয়া হৈ গল।

বহুত দিনা পাছৰ কথা। এদিন সবিতাই ময়ে গুৱাহাটিৰ পৰা ৰেলত উভাটিছো। ডিমাপুৰ ষ্টেচনৰ পৰা ৰেল এৰাৰ লগে

লগে. সবিতাই কলে "ইঃ সেই পঞ্জাবীটো—মই তাৰ হাতত মৰিলো বুলিয়েই ধৰিছিলো। ঠিক এই ডখৰ ঠাইতে। মনত আছেনে আপোনাৰ।"

"পঞ্জাবীয়ে মাৰিবলৈ অহা নাছিল, আধমৰা কৰিবলৈহে আহিছিল।"

"যিয়েই নহওক আপুনি যদি নেথাকিলহেঁতেন মই আৰু নিজিলোহেঁতেন।"

"তাৰ আগতে তুমি মোক কিমান অৱজ্ঞা কৰিলা মনত আছে নে।"

"ওঃ"

"পিছে এই অবজ্ঞাইহে সেই পঞ্জাবী মূৰ্ত্তি ধাৰণ কৰিলে।"

"তাৰ মানে ?"

"তাৰ মানে তোমাৰ অৱজ্ঞাৰ যেতিয়া সীমা চৰিল—মোৰ মগজৰ সহায়ত মোৰ টি-টি-ই বন্ধু অজয়ে পঞ্জাবী মূৰ্ত্তি ধাৰণ কৰিলে টয়-পিস্তল এটা লৈ। নহলে তুমি তুমি আৰু মই মই হৈয়েই থাকিলো হেঁতেন।



# ত্ৰিবেণী সঙ্গম

এৰা, ত্ৰিবেণী সঙ্গমেই হয়—ঘটনা তিনটা আৰু তিনিওটা ঘটনা ঘটিল তিনটাকৈ পাক চক্ৰত। ইয়াক ত্ৰিবেণী সঙ্গম নুবুলি কাকনো বুলিম ?

ঘটনা কেটা সচাই—বিশ্বাস হয়নে নহয় কব নোৱাৰো—কিন্তু সৰল ভাবেই কৈ যাম।

মোৰ ঘৰ কমাৰ বন্ধাত। বি-এ পাছ কৰি দেউটাই কমাৰ-বন্ধা হাইস্কুলতে মাষ্টৰী কৰিছিল। তাৰ পৰাই এম-এ পৰীক্ষাটো দি ভাল ৰকমে পাছ কৰিলে। সন্তানৰ ভিতৰত মাত্ৰ মই। মোৰ পঢ়াশুনাত ৰাপ কম—বেছি ৰাপ গান বাজনাতহে। যাহওক দুবাৰৰ মূৰত মেট্ৰিকটো পাছ কৰিলো।

মই গুৱাহাটিৰ কলেজলৈ গলো। তাৰ তিনি মাহৰ পাছতে মা ধুকাল। কমাৰ বন্ধা হাইস্কুল বন্ধ হল। দেউটাই চাকৰৰ লৰাটোৰ হাতত ঘৰখন গটাই দি তেজপুৰ কলেজত চাকৰী এটা ললেগৈ, প্ৰফেছাৰ হৈ। দেউটাৰ বয়স তেতিয়া ৩৯ বছৰ মাত্ৰ। স্বাস্থ্য ভাল—ডেকা যেনহে দেখি।

মই কলেজৰ পঢ়াতকৈ বেছিকৈ লাগিলো গান বাজনাতহে।

তাৰ যোগেই চিনাকী হলো বুমুৰ লগত। বুমুৰ দেউটাক চপ্লাই চুপাৰিণ্টেন্দেণ্ট। সেই বাৰ বুমুৱে মেট্ৰিক দিব—মই আই-এ দিম। এদিন আবেলি। বাটতে বুমুৰে মোৰে ভেটাভেটি হল।

"আপুনি ? অঁ—আপু'নি। আপুনি কোন ফালে যাব" বুমুৱে আগতে মাত লগালে।

"মই ? মই—মোক আপুনি কেনেকৈ চিনি পায় ?"

."কেলেই আপুনি যি সুন্দৰ গান গায় আপোনাক চিনি নোপোৱা ম'মুহ গুৱাহাটিত কোন আছে ?"

' ওস্তাদ বুলি জনাজাতনে কি মই ?"

"আপুনিতো ওস্তাদী গান নেগায় ?"

"মইনো কি গান গাও ?"

'বুকৰ কথা সুৰত মিলাই, বতাহৰ মাজেদি আকাশত উৰাই, নতুন হিয়াত নতুন আশা জগাই—আপুনি গায় আধুনিক সঙ্গীত।"

"আপোনাৰ দৰে ক'বি এগৰাকীয়ে যদি গান লিখে তাৰ কথাই ভাব জগোৱা নেলাগে প্ৰাণো স্পৰ্শ ক'ৰিব।"

'মই কবি হলে আপুনি আলুগুটি হব আৰু।"

'বঢ়িয়া ভাজি এখন হব।"

"লুচীৰ লগত কবি-আলুৰ ভাজি খাবলৈ কাইলৈ আবেলি ৩½ বজাত আমাৰ ঘৰলৈ মা-ৰ হৈ আপোনাক নিমন্ত্ৰণ জনোৱা হৈছে। মাৰ এই অনুৰোধ কেতিয়াবাৰ পৰাই হৈ আছে।

মা এগৰাকী গায়ীকা—আপুনি বোধ কৰো নাম শুনিছে—শ্ৰীযুক্তা মালতী দেবী।”

“আপুনি মালতী দেবীৰ কন্যা বুনু ?”

“হয়।”

“নিশ্চয় যাম—কিন্তু গান হলে তাত নেগাও।”

“সেইটো কথা মা-ই জানে। মই এতিয়া যাও। সৌ আলিটোৰ মূৰত সোঁও ফালৰটোৱেই আমাৰ ঘৰ। দুৱাৰ মুখতে এখন চাইনবৰ্ড আছে—তাত আৰ, কে, শৰ্ম্মা চাপ্লাই চুপাৰিণ্টেন্দেট বুলি লিখা আছে। নমস্কাৰ।”

গলো—চাহ খালো—গান গালো—বুনুৰ লগত কথা পাতিলো—বুনুক ভাল পালো—ভাল পালো আৰু কি, দস্তুৰ মত প্ৰেমত পৰিলো, লুকঢাক কৰি লাভ নাই। তাৰ পাছত আকৌ গলো—এবাৰ—দুবাৰ—তিনিবাৰ—চাৰিবাৰ—বহুতবাৰ—। বুনুলৈ প্ৰেমপত্ৰ দিলো এখন—দুখন—তিনিখন—চাৰিখন—বহুতখন—।

দ্বিতীয় ঘটনা ঘটিল। মই আই-এ ফেল কৰিলো। বীণাৰ দেউটাক তেজপূৰলৈ বদলি হল। দেউটাৰ কাৰা৹ হুকুম আহিল কলিকটাত পঢ়িবলৈ। মই কলিকটা পালোগৈ।

কলিকটাত কিছু দিন বৰ বেয়া লাগিছিল। মনটো বুনুৰ কাষত। কিতাপ পঢ়াতকৈ বুনুৰ চিঠি বোৰ হে বেছিকৈ পঢ়া হয়। কিন্তু গানৰ যোগেই সোনকালে এদল বন্ধু জুটিল। অনেক উচ্ছ পৰিয়ালৰ লগত মোৰ আহ-যাহ চলিল।

বটানিকেল গার্দেনত অনেক গাভৰুৰ লগত চাহ জলপান খাই গাত গা লগাই গান গালো—কিন্তু বুনুক কোনোমতে পাহৰিব পৰা নাছিলো। বুনুৰে চিঠি-পত্ৰ দিবলৈ এৰি দিলে যদিও পুৰনা চিঠি কেখনেই যথেষ্ট চেনেহ যাছিছিল। বুনু মোৰ জীৱনৰ প্ৰথম আকৰ্ষণ। মোৰ অ'কৃষ্ন যৌৱনৰ বুনু প্ৰথম পূজাৰ দেৱী।

দিনবোৰ গৈ থাকিল—কলিকটাৰ ট্ৰামবোৰ ইখনৰ পাছত সিখন গৈ থকাৰ দৰে। এদিন হঠাতে দেউটাৰ হুকুম পালো তৎকালে কমাৰবন্ধাৰ ঘৰলৈ যাব লাগে। আদেশ পঢ়ি বিয়াৰ গোন্ধ পালো। চাকৰীত অনাস্থা হৈ দেউটা নিশ্চয় ঘৰ সোমাবগৈ। এনে সময়ত বোৱাৰী এগৰাকীৰ নিশ্চয় আৱশ্যক হব। মই বুনুৰ কথা খোলোছা কৈ দিম। এজনী বিয়া কৰাবই লাগিব, সেই জনীয়েই যিনিবা বুনু। ইয়াত কাৰ কি আপত্তি হব। আজিৰ যুগ স্বাধীন চিতীয়া যুগ। মই স্বাধীন ভাবে বিয়াত মতামত প্ৰকাশ কৰিম নিশ্চয়।”. এই বোৰকে ভাবি চিন্তি ঘৰমুৱা হলো। কিবা এটা চেলু উলিয়াই কমাৰ বন্ধাত ২।৩ দিন থাকি তেজপুৰলৈ যাম বুলিও ভাবি গলো।

সেই দিনা দুপৰীয়া। চিপ্ চিপ্ কৈ বৰষুণ। মনটো ইমান উকঙ্গা উকঙ্গা লাগিছিল। ঠিক ১১½ বজাত ঘৰ সোমালোগৈ। পৰ্টিকতে দেখিলো “বুনু”।

“আপুনি—?”

বুমুৱে কলে "অঁ—আপুনি ? এবা—অ'পুনিতো ৷"

ভিতৰৰ পৰা দেউটা ওলাই আহি কলে "এয়া তোৰ মাহীয়েৰ—সেৱা কৰ।" ঠাইতে ঘৰৰ পৰা ওলাই গলো—ঘুৰি'আৰু সোমোৱাগৈ নাই, আজি ছবছৰ হৈছে।

---

# পৰিবৰ্ত্তন

( ১ )

"মোক ভাত দে মা—কালি গধূলিও তহঁতে মোক একো খাবলৈ নিদিলি। মোৰ টোপনি আহিলত তহঁতি কিবা খালিনে কি ? মোক কৰকৰা ভাত দিলেও হব। কিন্তু এঘটী পানী দিবি দেই—নহলে ডিঙ্গিত লা'গ ধৰে পাই।" —তিনি বছৰীয়া মুধনাই কৈ গল।

ওচৰতে ঠিয় হৈ আছিল মুধনাৰ মাক। পুতেকৰ যে, খুব ভোক লাগিছিল তাই কব পাৰে—কিন্তু কি কৰিব। কালিৰ পৰা তাইৰ ঘৰত একো নাই। আজি ১৭ দিন ধৰি সিহঁত মটা-তিৰুতা হালবে বেমাৰ। কাম নাই বাবে বাগানৰ মালিকে দৰ্ম্মহা দিয়া নাই। মুধনাৰ বাপেক আজি হাওলাত টকা বিচাৰি মেনেজাৰ চাহাবৰ ওচৰলৈ গৈছে। যদি কিছু পায়

খাবলৈ পাব—নহলে? নহলে কি হব তাই আৰু ভাবিব নোৱাৰে।

"মোৰ জ্বৰ উঠিছে মা। চাছোন মোৰ ভৰি কেটাও কপিছে।" —মুধনা ফটা থৈলাখন নিজে নিজে গাত লৈ শুই পৰে।

মুধনাৰ বাপেক আহে—হাওলাত তাক টকা নিদিলে। তাৰ আগৰ হাওলাত লোৱা টকাই আদায় হোৱা নাই—তাতে তাৰ সদায় কাম খটী—হাওলাত দিব কিয়? তথাপি সি কেয়া গোলাব পৰা চাউল এসেৰ আৰু আলু তিনটা কালিয়নে আনিছিল। মুধনাৰ মাকে তাকে নি লৰালৰিকৈ চৰুত বহাই দিলে।

( ২ )

বাগান খন অনিল বৰুৱাৰ। মাণিক বাগানতে থাকে। মেনেজাৰে বাগান চলায়। অনিল বৰুৱাৰ কামৰ ভিতৰত মাত্ৰ হিছাব চোৱা আৰু ফুৰ্ত্তিৰ কাৰণে টকা খৰছ কৰা। তেওঁৰ লৰা ছোৱালী এহাল। ডাঙৰ জনীৰ বয়স ১৩ মান হব—তাৰ পাছৰটো লৰা, বয়স ৩ বছৰ। সেই দিনাই যিদিনা মুধনাৰ মাকে ৩ বছৰীয়া মুধনাৰ মুখত ভোকত জ্বৰ উঠা বাবে কেটেপামাণ ভাত আৰু এটা আলু বিচনাতে খুৱাই দিব লগা হৈছিল— ডুপৰীয়া টেবিল খনত নানাবিধ খোৱাৰ সম্ভাৰ লৈ অনিল সপৰিয়ালে খাবলৈ বহিছিল।

ভাত, ডাইল, মাংস, মাছ, টেঙ্গা, দৈ, মিঠাই আদি যথাস্থানত বেহেৰাই সজাই দি গল। উবুৰিয়াই থোৱা গিলাছ কেটাত পানী ঢালি দিবলৈ বুলি বেহেৰটো ওচৰ চাপিল আৰু কেনেবাকৈ অনিলৰ পুতেক নিখিলৰ গাত তাৰ হাতখন লাগিল। "চিঃ গোন্ধাইছে—হেৰামজাদা" বুলি ঠিয় হৈ অনিলে কাটা এডলেৰে বেহেৰাক খোছ মাৰি দিলে আৰু খঙতে একানাই হৈ ওচৰত সজাই থোৱা ভাত আৰু মাংসৰ ঠাল কেখন মাটিলৈ বগৰাই দিলে।

অনিলে বাবাৰ খং উঠিল বুলি হাহি নিখিলক সাবটি ধৰি পাৰেমানে চুমা খালে আৰু নিখিলৰ মাকে বেহেৰাক অসাবধানতাৰ কাৰণে ধমক দি আধা ঘণ্টাৰ পিছত ভাত পুনৰ বান্ধি দিবৰ হুকুম দিলে। ইতিমধ্যে 'বয়" আহি যেনিয়ে তেনিয়ে পৰা ভাত আৰু মাংস বোৰ বুটলি গেৰেকণিত পেলাই দিলেগৈ। বগা ভাত দেখি ধৰ কলা কাউৰীবে ছাট মাৰি ধৰিলে।

বেহেৰাৰ ছুটকা জৰিমনা হল আৰু অনিলহতৰ বিনামাংসে ভোজন হল।

( ৩ )

নিখিল পঢ়া শুনাত যথেষ্ট আগ বাঢ়িল। ১০ম শ্ৰেণীৰ পঢ়া নিখিলে ঘৰতে পঢ়ে। ঘৰুৱা শিক্ষক জন বাগানত কাম কৰা এজনৰ সম্বন্ধীয়া। তেও নিখিলক পঢ়ায় পঢ়াৰ নলগা বোৰ। ইয়াৰ ফলত নিখিল হৈ উঠিল এজন বিপ্লবী। তেওৰ

ঘৰৰ; তেওঁৰ কৰ্ম্মচাৰীবোৰৰ, তেওঁৰ বাগানত হাৰক মাটি তেজক পানী কৰি টকা ঘাটি দিয়া বনুৱা বোৰৰ, বনুৱা বোৰক উচটাই দি ভোটৰ আশাত ঘুৰা বনুৱা কৰ্ম্মী সকলৰ প্ৰতি কথা তন্ন তন্ন ভাৱে লক্ষ কৰিলে। তেওঁৰ ঘৰত প্ৰত্যেক বস্তুকেই অযথা খৰছ কৰা হয়। অলাগতীয়াল খৰছ দিনে বাঢ়ি যায়। বন্ধু-বান্ধৱক মাতি খুৱাই হেজাৰ হেজাৰ টকা তেওঁৰ পিতাকে খৰছ কৰে। তেওঁৰ ভনীজোৱায়েক জন—সেই চবডেপুটি কলেক্টৰ কাম কৰা মানুহজন—কি যে আয়মত চলে, যেন গভৰ্ণৰহে। বাগানৰ কৰ্ম্মচাৰী বিলাকৰ কতই চটু কথা কৈ কৈ কত ৰকম সুবিধা আদায় কৰে। ইজনৰ সিজনৰ মিল নাই। ডেকা কেজনৰ একমাত্ৰ কাম গাভৰু কুলি জোকোৱা—তাৰ বাবে কতবাৰ শাস্তি হৈছে তেওঁলোকৰ। আৰু বনুৱাবিলাক। সিহতৰ কথা ভাবিবই নোৱাৰি। দৰ্ম্মহা বেছি হোৱাৰ পৰা সিহতৰ নানা উৎপাত। মদৰ প্ৰকোপ ১০ গুণে বাঢ়িল—চুলাই মদৰ অন্ত নাই। স্বাস্থ্য সকলোৰে বেয়া। অভ্যাস অতি কদৰ্য্য—স্বাস্থ্যৰ নীতি নিয়ম একো নেমানে। বাগানৰ পৰা সস্তাতং নিয়া বস্তু প্ৰায় বোৰ ক'লা বজাৰতে বিক্ৰী কৰেগৈ। অৱস্থা দিনক দিনে বেয়ালৈহে ঢাল খায়। পঢ়াশালীলৈ কোনো লৰাই নেযায়। বাগানৰ মাজে মাজে জুৱাৰী সকলৰ আড্ডা বহিল—অনেক চিপাহী, নগৰৰ অফিছৰ চাপৰাছী, পিয়ন আদিকো তাত দেখা যায়। বনুৱা নেতা সকলে দেখোন একো তাৰ বিৰুদ্ধে নকয়। ভাবি ভাবি নিখিল অবাক হৈ যায়।

কুলিৰ ডেকা এটা বেট দিয়া বাবে এদিন দেউটাকক সি যথেষ্ট কথা শুনালে। তাৰ বাবে দেউটাকৰ পৰা জীৱনত প্ৰথম বাৰৰ কাৰণে সতৰ্ক বাণী শুনিলে। নিখিলৰ চিন্তাৰ সোঁত দুগুণে বাঢ়িল। কি কৰিব, কেনি যাব, ক'ত তেওৰ উগুল থুগুল ভাব বোৰ কৈ আচল পথৰ সন্ধান পাব!

( ৪ )

মুধনাৰ বয়স ১৬ বছৰ। সি দেখনীয়াৰ আৰু জাকত জিলিকা। তাৰ বুদ্ধিও বৰ চোকা। সিও ভাবুক। চাহাবৰ প্ৰকাণ্ড বঙ্গলাটো আৰু সিহঁতৰ ঘৰটোৰ কথা সি বৰ লক্ষ কৰে। তাতকৈ তাৰ লক্ষ বিবি চাহেবা অৰ্থাৎ অনিলৰ বৰজীয়াৰী আৰু তাৰ ওচৰৰে লচমনীয়াৰ কথা। দুয়ো একে গাভৰু। বিবিৰ পোষাক কিমান দামী—আৰু লচমনীয়াৰ কলা কাপোৰ কেখন আৰু দুপাত বালা আৰু কানফুল কেজোৰ। সি ভাবিব নোৱাৰা হয়। এই লচমনীয়াৰ পৰাই লচমনীয়াৰ ভনীয়েক ৰচমীলৈ তাৰ মৰম সোমায়। ইমান ভাল লাগে তাৰ ৰচমী জনীলৈ। তাইৰনো কি আছে—পিন্ধে এখন ফটা কাপোৰ— আ-অলঙ্কাৰ মুঠেই নাই। তথাপি তাই বৰ সুন্দৰী—তাইৰ হাঁহিটো বৰ মধুৰ—তাইৰ স্বভাবটো বৰ আকৰ্ষণীয়। তাইকে লৈ মুধনাই দেখে জীৱনৰ বাস্তব সপোন।

সেই দিনা শনিবাৰ। সি পুৱাই শুনিলে বোলে ৰচমী জনী ডেকা এটাৰ লগত পলাল। তাৰ মূৰ ঘূৰি গল? ৰচমী—তাই দেখোন মুধানাক দেখিলে খুব ভাল পায়। তাক

দেখোন তাই খুব মৰম কৰে। তথাপি তাই অন্য ডেকাৰ লগত গল কিয়? তাৰ বৰ খং উঠে। মাইকী জাতিটোৰ প্ৰতি তাৰ বিশ্বাস হেৰায় যায়। সি দিনটো একো নকৰিলে—একো নেখালে, আবেলি কামলৈ গল।

কামত সি মনযোগ দিব পৰা পাই। ইপিনে চৰ্দ্দাৰটোয়ে তাক খেছখেছাবলৈ ধৰিলে। কেবাবাৰো কিবা কিবা কোৱাত সি কব নোৱাৰাকৈয়ে কোৰখন মাৰি পঠিয়ালে চৰ্দ্দাৰলৈ আৰু লৰি পলাব খাজোতেই তাক সকলোৱে ধৰি পেলালে। চৰ্দ্দাৰৰ গাত কোৰখন ঠিক ভাবে নপৰিল যদিও সি দুখ পালে খুব। চাহবৰ আগত গোছৰ চলিল তৎক্ষণাতে। চাহাবে অৰ্থাৎ অনিলে মুধনাক ৫টা বেট দিলে।

এই বেট দিয়া লৈয়েই সেই দিনা অনিলে নিখিলক সতৰ্ক বাণী শুনাব লগা হল।

( ৫ )

নিখিলৰ ম'ক চুকাল—অনিল লাহে লাহে অন্য মনস্ক হৈ আহিল। বাগানৰ কাম কাজত তেওৰ মন নবহা হল। নিখিলে ইতি মধ্যে মেট্ৰিক পাছ কৰিলে। অনিলে তেওক পঠিয়াই দিলে গোটেই পৃথিবী ঘূৰি আহিবলৈ। নিখিলেও গোটেই পৃথিবীতেই এবছৰ ছমাহ ঘূৰি নিজৰ বাগান পালেহি। তাৰ পাছতেই বাগানৰ সকলো ভাৰ পৰিল নিখিলৰ ওপৰত। নিখিলৰ চুৰ্কপাল। তেও বাগান হাতত লোৱাৰ লগে লগে

আহিল বাগানৰ ছুৰ্দ্দিন। বন্নুৱাৰ দৰমহা বাঢ়ি গৈ থাকিল—কুৰিগুণ দাম দি কিনা চাউল ডাইলো দিব লগা হ'ল সম্প্ৰতি—বেঙ্কে নিয়মিত ভাবে টকা দিবলৈ সঙ্কোচ কৰা হল—ফেক্টৰী ইন্সপেক্টৰ চেণ্টেল এক্সাইজ বিষয়াৰ বাগানত চলিল অবাধ ৰাজত্ব। বন্নুৱা নেতা সকলৰ দপ দপনিত বনৰ বাঘৰো বুকু কপা হ'ল। ইপিনে অনিল দাড়ি গোফ ৰাখি প্ৰায় সন্ন্যাসী হল। নিবুকা হৈ বহি থাকে কোথা এটাত—কথা বাৰ্ত্তা, প্ৰায়ে একো নকয়। চাহৰ দাম ১৲—৳৵০ লৈ নামিল। তাৰ পৰা খৰছ মুকুলোৱাত পৰিল। অনিলৰ বন্ধু উকীল এজনৰ পৰামৰ্শ মতে নিখিলে বাগান বন্ধৰ জাননী দিলে। চাৰিওপিনে গণ্ডগোলৰ সৃষ্টি হল। বন্নুৱাই বিভিষীকা দেখিলে, বন্নুৱা নেতা সকল নহা হল। বন্ধ হবলৈ আৰু এদিন বাকী। এদিন গধুলি নিখিলে মতাই আনিলে মুধনাক। তাক বঙ্গলাৰ চকী এখনত বহিবলৈ কলে—সি নবহিল।

নিখিলে সুধিলে—

"বন্নুৱা বিলাকে এতিয়া কি কৰিব খুজিছে।"

"কি আৰু কৰিব। চব আহি চাহাবৰ ওচৰত কান্দিব —বাগান বন্ধ নকৰিবলৈ থাটিব।"

"মোৰ কথা সিহতে শুনিব জানো?"

"শুনিব হজুৰ"

"তুই মোক মোৰ কামত সহায় কৰিবি "

"কৰিম চাহাব।"

"বাৰু যা কাইলৈ আবেলি মোৰ ইয়ালৈ আহিবি।

( ৬ )

পাছ দিনা ৩ বজাত মিতিঙ্গ বহিল। বনুৱা নেতা শৰ্ম্মা, বাগানৰ অৱসৰ প্ৰাপ্ত হেড ক্লাৰ্ক হাজৰিকা, বনুৱাৰ ফালৰ মুধনা, বাগানৰ মালিক নিখিল আৰু ৰাইজৰ নেতা শইকীয়া— এই কেজন লৈ এখন পৰামৰ্শ দিবৰ কাৰণে কমিটি পতা হল। এই কমিটিয়ে যি কৰে যি দিয়ে তাতো সকলো মান্তিও হব বুলি স্থিৰ হল। কমিটিৰ প্ৰতিজন সভ্যকে ২০০, কৈ দৰ্ম্মহা দিয়া স্থিৰ হল। বেঙ্কৰ পৰা নিয়ম মতে যি টকা পায় তাৰে কোনো মতে বাগান চলোৱা সিদ্ধান্ত হল! বাগানৰ সকলো দ মাটিত ধান খেতি কৰা স্থিৰ হল। চাহৰ বাদেও আলু, মাহ, সৰিয়হ আদি খেতি কৰাৰ দিহা হল। হিছাব মতে মতাৰ ১৲ আৰু মাইকীৰ ৸৵০ হাজিৰা দিয়াৰ স্থিৰ কৰা হল। প্ৰতি বনুৱাই বাগানৰ ভালৰ হকে দৈনীক সাত ঘণ্টাকৈ কায়-মনে কাম কৰিবলৈ দৃঢ় সঙ্কল্প কৰিলে। বনুৱা বিলাকক অযথা খৰছ কমাই নিয়মীয়া হবলৈ শিকোৱাৰ সকলো দিহা হল। প্ৰতিজনে ভাই ভাই ভাবত কাম কৰা স্থিৰ হল। নিখিলে বন্ধৰ জাননী তুলি ললে।

( ৭ )

পাঁচ বছৰৰ পাছৰ কথা—নিখিলৰ বাগান সচাকৈয়ে এখন আদৰ্শ ফাৰ্ম্মত পৰিণত হল। ইয়াৰ চাহৰ আদৰ বজাৰত বাঢ়িবলৈ ধৰিলে। বাগানৰ উপাৰ্জ্জনৰ 'শতকৰা ৫০ ভাগ বনুৱাক বিলাই দি বাকি ২০ ভাগ বনুৱাৰ উন্নতিৰ হকে খৰছ কৰি বাকী ৩০ ভাগ মাত্র নিখিলে লয়। এই দৰেই দিও নিখিলৰ আঁমি বছৰি খাইবৈ সকলো দি মেলি ১০ হেজাৰৰ কম নোহোৱা হল। ৰিজাৰ্ভ কৰাৰ বাবে সেই টকাৰো আধা বেঙ্কত জমা হবলৈ ধৰিলে। অন্য বাগানৰ চাহাব সকলে নিখিলৰ পৰিচালনাৰ নিয়ম প্রণালী চাবলৈ যোৱা হল। নিখিলৰ আনন্দৰ সীমা নাই। বৃদ্ধ অনিলৰো আনন্দত হাহি ওলাল।

আৰু মুধনা—মুধনা হল অনিলৰ ভাই, সি বাগানৰ সৰু মেনেজাৰ। অখিল আৰু মুধনাই একেলগে চাহ খায়—একে গাড়ীত ফুৰে—একে লগে টকা চায়।

---

# "অসময়"

দেওবাৰটো সচাকৈয়ে ভাল লাগে। এটা সপ্তাহ হাৰ ভঙ্গা খাটনিৰ পাছত এটা দিন আয়মত কটাবলৈ পোৱা সচাকৈয়ে সুখৰ কথা, কিন্তু এই দেওবাৰটো প্ৰায়ে অথলে যায়। শনিবাৰে গধূলিতে দেওবাৰটোৰ বিষয়ে নানা জল্পনা কল্পনা কৰা হয়। দেওবাৰ হোৱাৰ লগে লগে দিনটো আৰম্ভ হয় গতানুগতিক ভাবে। ভাতকেটা খাই উঠিয়েই মনত পৰে পাছদিনাৰ কামবোৰলৈ। দেওবাৰৰ সকলো সৌন্দৰ্য্য সেই খিনিতে নষ্ট হৈ যায়।

এনে এটা দেওবাৰৰে কথা। মাটিৰ হাকিম অৰ্থাৎ চব ডেপুটি কলেক্টৰ অনিলে ঠিক এনেকৈয়ে ভাত কেটা খাই উঠিছে। তেজপুৰ নগৰখনৰ ভিতৰতে ঘৰ এটাত অনিল থাকে। বিয়া কৰোৱা নাই। তথাপি তিৰুতা থকা মানুহৰ দৰেই পৰিপাটি আৰু পৰ্দ্দাৰে ৰঞ্জিত আছিল অনিলৰ ঘৰটো। অনিল ভিতৰ বাৰেন্দাৰ চকী এখনত বহি কি কৰো কি নকৰো ভাবি আছে। এনেতে সোমাই আছিল এজনী গাভৰু মধুৱালী। মূৰত এটা মৌৰ কলহ।

একেবাৰেই ভিতৰ সোমাই গৈ মৌৰ কলহটো অনিলৰ ওচৰতে থৈ ঢাকন খন গুছাই দি তাই হিন্দীতে কলে—

"খুব বঢ়িয়া মৌ—লওক বাবু চাহাব।"

"মৌ—এবা মৌ। মৌ মোক কেলেই। কি বোলে বুঢ়াবোৰ মোৰ ঘৰত আছে—মৌৰে মাৰি মকৰধ্বজ খুৱাম? কি বোলে কেচুৱা বোৰ আছে, মৌ চেলেকাই শিচুকাম" —অনিলে কলে।

"মাইজীক মাতক চোন— এতিয়াই অন্ততঃ এসেৰ মৌ লব। মাইজী ক'ত?"

"মাইজী মাকৰ ঘৰত।"

"নিশ্চয় মটা লৰা এটা বুকত বান্ধি মাইজী উলটি আহিব— আপোনাৰ মৌৰ দৰ্কাৰ হবই।" মুধুৱালীয়ে সুন্দৰ হাঁহি এটা মাৰি মৌ জুখিবলৈ পাল্লা বাহিৰ কৰিলে। অনিলে ঠৰ হৈ তাইৰ ফালে চাই থাকিল। কি সুন্দৰ তাইৰ চেহেৰা, কি সুন্দৰ তাইৰ লয়লাস, কি সুন্দৰ তাইৰ হাত ভৰি, কি সুন্দৰ তাইৰ দাত কেটা, কি সুন্দৰ তাইৰ আঙ্গুলী কেটা .....তাই বৰ সুন্দৰী। সচাকৈয়ে বৰ সুন্দৰী। তেজে ফুটু ফুটু কৰা গাল, সাপ নেগুৰীয়া বেনী, উঠন দুটি বুকু। অনিল তন্ময় হল।

"বাৰু তই যা। মাইজী গধূলি আহিব তই মৌজোল দি যাবিহি" অনিলে কলে।

"খুব ভাল কথা—কিন্তু আজি দিনতে আহিব নোৱাৰিলে কাইলৈ পুৱাহে আহিম। এন্ধাৰ হোৱাৰ লগে লগে আমি আৰু সুফুৰো।"

মধুৱালীয়ে কলহটোৰ ঢাকন খন দি মূৰত কলহটো লৈ ওলাই গল। আলি বাটলৈকে অনিলে তাইক চালে, দূৰৰ পৰা ওলটি চাই চাই তায়ো হাহি হাহি গুছি গল। অনিল ভিতৰ সোমাই গৈ কবিতা লিখিলে—

বঙ্গালী কঙ্গালী মধুৱালী অ'ই
মধুৰ কলহ মূৰত তোৰ
এবাৰ দুবাৰ বিলাই দিলেই
কলহৰ মধু পৰিব ওৰ।
মধু আছে তোৰ গোটেই দেহত
মধুৱালী তই সেইহে অ'ই
মধু দিয় বুলি মধুৰ শেষত
মধুৱালী তই ফুৰিছ হ'ই।
মধু আছে তোৰ সউ দুচকুত
মধু আছে তোৰ সউ দুবুকুত
মধু আছে তোৰ কথাত পাকত
মধু আছে তোৰ হাতৰ লাছত।
তোৰ দুখনি উঠন বুকু তাতো আছে মধু
তোৰ বিহাৰ আচল উৰে সিও যাছে মধু—
তোৰ খোজত নীতম্ব লৰে সিও সিছে মধু
তোৰ হাহিত মকুতা সৰে সিও দিয়ে মধু—
কলহৰ মধু কিনিব খোজোতে
চেনেহৰ মধু যদিহে পায়,

এই মধু এৰি কোনে বাৰু তোৰ
কলহৰ মধু কিনিব হায়।

আৰু কিবকিবি লিখিব খুজিছিল—কিন্তু নোৱাৰিলে। মধুৱালীক আকৌ এবাৰ চাবৰ তাৰ এটা ডাঙৰ হেঁপাহ জন্মিল। চাইকেলত উঠি সি মধুৱালীক বিচাৰি গল কিন্তু ক'তো লগ নেপালে। লৰা লৰিকৈ আহি ৰান্ধনী লৰাটোক কোঁনবা আহিছিলনে কি সুধিলে। লৰাটোৱে কোনো নাই বুলি কলে। অনিলে অলপ সময় ৰেডিঅ' শুনিলে। মধুৱালী আৰু নাহিল।

নিশ্চয় পুৱাই তাই আহিব—অনিলে মনত অলপ শান্তনা দি ৰাতিটো কটালে। পুৱতী ৰাতি সপোনত মধুৱালী জনী এবাৰ দেখিলে। মধু নিকিনি বিদায় দিয়া বাবে তাইৰ হেনে বৰ বেজাৰ। তাই হেনো দুখতে কান্দি পেলালে। তাই কন্দা দেখি হেনো অনিলৰো কান্দোন ওলাল। কান্দিব খোজোতেই অনিলে সাৰ পালে। ৰাতি পুৱাল—অনিল কিন্তু নুঠিল, বাগৰ সলাই শুলে।

চাহটোপা খাই খবৰ কাগজ খন লৈ পঢ়িব খোজোতেই ঠিক আগ দিনাৰ দৰেই মধুৱালী হাজিৰ। "মাইজী ক'ত?" তাই আহিয়েই মাত লগালে।

"মই বিয়াই কৰোৱা নাই বুইছ, কালি মিছা কথা কৈছিলো।"

'বিয়া নিশ্চয় কৰাব আৰু লৰাও হব, মধুৰ দৰ্কাৰো

হব? আপুনি অলপ মধু কিনি ৰাখক। দুদিন আহিলো বাবু চাহাব।"

"বিয়া কৰাম, লৰা হব, মৌজোল খুৱাই লৰা নিচুকাম—এই ভাবি বিয়াৰ কথা নৌ ভাবোতেই মৌ কিনি ৰখা অসময় বুজিছ—তই বাৰু মৌৰ দাম টৌকে লৈ যা। মৌ আনত বেচিবি গৈ।"

"সেই দৰে মই পইছা নলও। তেনে যাও আৰু। আপোনাক মৌ অলপ দি যাব পৰা হলে ভাল পালোহেতেন।"

তাই যাবলৈ সাজু হল।

"মই তোক চাই কবিতা এটা লিখিছিলো এবাৰ পঢ়ি শুনাঁও শুনিবিনে?"

"আমি তাৰ কি অৰ্থ পাও বাবু চাহাব।"

"মই অৰ্থ কৈ যাম—তই শুনচোন বাৰু।" অনিলে জেপৰ পৰা কাগজ খন উলিয়াই পঢ়ি ভগা ভগা হিন্দীত অৰ্থ কৈ গল। মধুৱালীয়ে ঠিয় হৈয়ে শুনি থাকিল আৰু ডাঙৰকৈ হাহি এটা মাৰি শেষ নৌ হওতেই গুচি গল।

অনিল তাতে মৌন হৈ বহি থাকিল।

পূৰা পাচ বছৰৰ পাছৰ কথা। অনিলে বিয়া বাৰু কৰাই গৃহস্থী, দুটি লৰা ছোৱালীৰ বাপেক। বিশেষ কিছু কামত কলিকতালৈ গৈ হোটেল ৰয়েলতে দুদিন আছিল। গধূলি একো কাম কায নাই বাবে পুৰবীত টকী চাবলৈ সোমাল। অনিলৰ ওচৰতে বহিছিল এজনী বুঢ়ী গাভৰু অৰ্থাৎ

গাভক বেশী এজনী বয়সীয়া হিন্দুস্থানী ছিকতা। মানুহজনী অনিলৰ চিনা জনা যেন লাগিল।

হাফ-টাইমত যেতিয়া পোহৰ হল মানুহজনীয়ে আগতেই অনিলক মাত লগালে। “মই মধুৱালী—মনত পৰিছেনে বাবু চাহাব। আপুনি কিন্তু বেছ মোটা হৈছে। আপোনাক মই কেতিয়াবাই চিন ধৰিছো—আপুনি চিনি পায়নে নেপায় চাইহে আছো তেও ”

“অ’ হয়—মায়ো চিনো চিনো যেন লাগিছে—পিছে কি খবৰ? এতিয়া ক’ত? ব্যৱসায় কি?”

“ব্যৱষায় চেনেহৰ মধু বেছা—কলহৰ মধু শেষ হল বাবু চাহাব।”

“চেনেহৰ মধুও শেষ হও হও।”

তাই মুখ খন আমোলাই পেলালে। টকী আকো আৰম্ভ হল। ছুয়ো চোৱাত লাগিল। টকী ভগাৰ পাছত তাই অনিলৰ লগ ললে আৰু ছুয়ো আহি হোটেল ৰয়েল পালেহি। “ওপৰলৈকে যাও বল—” অনিলে কলে। “মোৰ একো আপত্তি নাই” মধুৱালীয়ে উত্তৰ দিলে। ছুয়ো কোঠাত সোমাল গৈ।

“মই আজি চেনেহৰ মধু বিক্ৰী কৰিম কিনিব জানো?”

“কোনটো বেছি দামী বাৰু।”

“বজাৰ দৰৰ ঠিক নাই—কিন্তু চেনেহৰ মধু বিক্ৰী কৰিবলৈ ধৰাতকৈ চেনেহৰ মধু দেখুৱাই কলহৰ মধু বিক্ৰী